# বা-মাৰলি



শুচিব্ৰতা

প্ৰকাশক ঃ
আত্ম-বিকাশ ভৱন
চান্দমাৰী ঃ গুৱাহাটী

বা-মাৰলি
১ম, সংস্কৰণ
১৯৫৮ চন
মূল্য— ৩'৫০ নয়া পইচা

বেটুপাত—নিৰোদ চৌধুৰ

মুদ্ৰাকৰ ঃ
শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱা এম, এ,
শ্ৰীগুৰু প্ৰেছ, গুৱাহাটী।

# আগ কথাষাৰ

কিতাপখন লিখা হৈছিল ১৯৫০ চনতে। কিন্তু ছপা নহ'ল—আলোচনীতো নোলাল। কিতাপ কৰি উলিয়াবলৈ কেও সামৰ্থ্য নহ'ল। গতিকে মেজতে ভেঁকুৰি আছিল।

১৯৫২ চনত "জয়ন্তী"খনে এবাৰ সাজি-কাছি গা দেখা দিব বুলি কৈ শ্ৰীশুক্লেশ্বৰ বড়াই কিতাপখন লৈ গ'ল। ছপাও হ'ল। সন্তৰ "বা-মাৰলি"ক ৰাইজৰ চকুৰ আগত তুলি ধৰিবলৈকেই "জয়ন্তী" জী উঠিছিল। কিন্তু "বা-মাৰলিৰ সিচঁৰিত পাতবোৰ গোট খাই এমুঠি নহ'ল কোনোদিনে।

১৯৫২ চনৰ জানুৱাৰীত "বা-মাৰলি"ৰ কাহিনীৰে একাংশ "কামনাৰ জুই জ্বলিল যেতিয়া" নামাকৰণেৰে এটি গুপ্ত নাম "শ্ৰীপৰাগ" ৰচিত উপন্যাসিকা ৰূপে প্ৰকাশিত হৈছিল মাত্ৰ।

এইবাৰ দেখোন পিতাই ক'লে ছপা হব লাগে বুলি—গতিকে যতনালোঁ। ৰাইজে ভাল পালে সাৰ্থক মানিম, বেয়া পালে দোষখিনি আঙুলিয়াই দিলে কৃতাৰ্থ হ'ম।

গুৱাহাটী
ইং ৭ জানুৱাৰী ১৯৫৮।

শুচিব্ৰতা

## এক

বি, এ, পৰীক্ষা দি অঁটাই প্ৰতাপ ঘৰলৈ উভতিছিল। সি গুৱাহাটীতে থাকি কটন কলেজত পঢ়িছিল। পৰীক্ষা দি উঠি অন্ততঃ এপষমান সি গুৱাহাটীতে থাকিব বুলি ভাবিছিল; কিন্তু বিধৱা মাক আৰু ভায়েক প্ৰভাতৰ আগ্ৰহ এৰাব নোৱাৰি পৰীক্ষা শেষ কৰি উঠিয়েই পোণেই ঘৰলৈ ঢাপলি মেলিব লগীয়া হ'ল। মাক-ভায়েকৰ এই অবুজ মৰমত তাৰ খং উঠিলেও, বহুত দিনৰ মূৰত তাৰ সেউজীয়া গাওঁখন দেখা পাব বুলি সি আনন্দ নোপোৱাকৈও নেথাকিল। আৰুবেলি জহৰ বন্ধতেই সি ঘৰলৈ গৈছিল, তাৰ পিচত আৰু যোৱাই নাই। পৰীক্ষাৰ পঢ়া বেচি হোৱাটোৱেই তাৰ কাৰণ যদিও, গৌণ হিচাবে আৰু এটা কাৰণ আছিল। সেইটো হৈছে গুৱাহাটীৰ প্ৰতি তাৰ এৰাব নোৱাৰা মোহ। ল'ৰাবোৰৰ এইটো কিবা বেমাৰেই নেকি কব নোৱাৰি,—কেনেবাকৈ আহি গুৱাহাটীৰ বহুমূখী ব্যস্ততা আৰু মনজুৰণীয়া ৰং-ৰূপহৰ লগত চিনাকি হবলৈ পালে, পুনৰ তাক এৰি যাবলৈ ইচ্ছাকে নকৰে। যদিও দায়িত্বৰ হেচুকনিত কেনেবাকৈ গুৱাহাটী এৰিব লগীয়াও হয়—সেই লোভ আৰু মাৰ যাব নোখোজে।

কোনোবা মুহূৰ্ত্তত এৰা একোটা দ-দীৰ্ঘশ্বাস, নাইবা তীব্ৰ অনু-শোচনাৰ মাজেদি ই আত্ম প্ৰকাশ কৰে।

গুৱাহাটীখন তাৰ কিয় ইমান ভাল লাগে প্ৰতাপে ভাবি চায়। চিলঙ তো আছে,—ৰাজধানী! চিলঙলৈ সি এবাৰ নহয়, তিনিবাৰমানেই গৈছিল, অধ্যাপক জীৱন বৰুৱাৰ কিবা সকামত। চিলঙ্ তাৰ ভাল লাগে। শাৰী শাৰী সৰল গছ, কিন্‌কিনিয়া বৰষুণ, লেক্ পাৰ্ক, ফ্ৰুট গাৰ্ডেন, প'লো ফিল্ড, হিৰ্ হিৰাই বাগৰি থকা ফল্‌চ্‌বোৰ,—পুলিছ বজাৰত লগ পোৱা হাঁহিমুখীয়া গুলপীয়া গাল-ওঠৰ খাচিয়ানীবোৰ,—সিহঁতৰ জীৱনজয়ী নিঃসঙ্কো-চতা,—চেক্ৰেটেৰীয়েটৰ ঘৰবোৰ,—লাবানৰ ফুলবোৰ,—টিলাভৰা ৰঙা আলিৰ এঁকা-বেঁকা উঠা-নমা পাকবোৰ,—পিচ্‌দিয়া আলিবোৰৰ পৰিচ্ছন্নতাখিনি,—আটাইবিলাককে তাৰ ভাল লাগে। কিন্তু তথাপিও যেন গুৱাহাটীৰ দৰে নহয়। চেক্ৰেটেৰীয়েট আৰু বজাৰখনৰ বাহিৰে ক'তো যেন প্ৰাণৰ পৰিচয় নাই,—কৰ্ম্মৰ ব্যস্ততা নাই। চাৰিওপিনে মাথো বিলাসীৰ অলসতা। চকুত যেন জীৱনৰ পোহৰ নাই,—সপোনৰ কাজল ৰেখা টনা। চিলঙলৈ যাব লাগে জিৰণি বিচাৰি,—জীৱন বিচাৰি নহয়। তাত জীয়াই থকাৰ সম্বল বিচাৰি মানুহ চেক্ৰেটেৰীয়েটত সোমায়,—য'ত life ক file ৰ মাজত বন্ধকী এবাৰ থলে আৰু তুনাই ওভতাই পোৱা নাযায়। লেতেৰা গুৱাহাটীৰ শিল-বোকা ধূলিভৰা সৰু সৰু আলিবোৰৰ মাজতো সেই কাৰণে থাকি থাকি আমনি নেলাগে। কৃষ্টি কৰ্ম্মৰ অপূৰ্ব্ব সমন্বয় গুৱাহাটীৰ জীৱনটো।



নাকত ধূলি আৰু লেতেৰা গোন্ধ লাগিলেও, সেই কাৰণে মনৰপৰা গুৱাহাটীৰ প্ৰতি মোহটো এবাৰ নোৱাৰা হৈয়েই ৰৈ যায়।

প্ৰতাপে তৃতীয় শ্ৰেণীৰ ৰেলৰ দবা এটাৰ ভিতৰত খিৰিকীৰ ওচৰত থিয় হৈ আহি আছিল। ঠাই খোৱা যাত্ৰীৰ ভিৰৰ মাজত কাঠৰ বেঞ্চখনত চেপেটা লাগি বহি অহাৰ সুখকণো আধাঘণ্টামান আগতে মানৱীয়তাৰ খাতিৰত আদহীয়া ৰুগীয়া এজনৰ কাৰণে সি ত্যাগ কৰিছে। থিয় হোৱাৰ পাঁচ মিনিট পিচতেই কিন্তু সি কৃতকৰ্ম্মৰ কাৰণে যথেষ্ট অনুতাপ কৰি নিজকে নিজে মূৰ্খ বুলি গালি পাৰিবলৈ বাধ্য হ'ল। দুৱাৰখনৰ তলডোখৰ আগুৰি থকা দবাৰ বেৰখন আৰু প্ৰতাপৰ ঠিক পিচফালে বহি নে থিয় হৈ থকা (প্ৰতাপে মুখখন ঘূৰাই চাবলৈকে অসুবিধা পাইছিল, তাত মানুহ কেইজন আছে, বা কি কৰি আছে) মানুহ কিজনৰ মাজত যি এফুটমান স্থান সি অধিকাৰ কৰি আছিল, সেই ঠাইখিনিৰ কাৰণেই মানুহবোৰৰ যি দুৰ্দ্দান্ত আক্ৰোশৰ গম তাৰ পিঠিখনে পাইছিল, তাৰ বাবে সি নিজৰ স্থিতিৰ কাৰণে আৱশ্যক হোৱা স্থানখিনিৰ কাৰণে নিজকেই দোষী অনুভৱ নকৰাকৈ ৰব পৰা নাছিল। মানুহৰ সঙ্গ কোনো কোনো ক্ষেত্ৰত মানুহৰ কাৰণে অবাঞ্ছনীয় হয় সঁচা,—কিন্তু তৃতীয় শ্ৰেণীৰ যাত্ৰীৰ কাৰণে সহযাত্ৰীৰ সঙ্গ, আন নেলাগে উপস্থিতি খিনিয়েই যে কিমান অসহ্য, তাক আজি হাড়ে হাড়ে উপলব্ধি কৰিলে প্ৰতাপে।

ৰেল যাত্ৰা নহয় যেনিবা নৰকযাত্ৰাহে। হঠাৎ মানুহেই বাঢ়ি গ'ল পৃথিবীত, নে কামেই বাঢ়িল মানুহবোৰৰ,—তাকেই বুজাত

অলপ কষ্ট হ'ল তাৰ। বিজ্ঞানৰ ছাত্ৰহোৱা হলে ডবাটোৰ ভিতৰৰ বতাহখিনিত অম্লজান আৰু এঙ্গাৰ গ্যেচৰ পৰিমাণ কিমান তাক পৰীক্ষা কৰাৰেই চেষ্টা চলালেহেঁতেন প্ৰতাপে।

* * *

ভচ্ ভচ্কৈ ক'লা ধোঁৱা কিছুমান উকুৱাই দীঘলকৈ উকি এটা মাৰি গাড়ীখন 'বৰসাগৰ' ষ্টেছনটোৰ আগত ৰ'লহি। ষ্টেছনৰ নামটো দেখা পায়েই তাৰ মনত অতবেলি গোট খাই থকা বিৰক্তি, গ্লানি আটাইবোৰ আঁতৰি গ'ল। তাৰ গাওঁ ষ্টেছনৰ পৰা ছ মাইল নিলগত। তথাপি ষ্টেছনৰ এক ফাৰ্লংমান আঁতৰৰ পৰা আৰম্ভ হোৱা সেউজীয়া ধাননি পথাৰখনে প্ৰতাপৰ মনত এটা মৰমী আৱেশ সানি দিলে।

হঠাতে গাড়ীখন এবাৰ সঙ্কেত শুনি, সি তাৰ বিছনাখন আৰু চুটকেচটো বেঞ্চিৰ তলৰপৰা অসাধ্য সাধনেৰে উলিয়াই আনি, দুৱাৰখনত কোনোমতে সুৰুঙা এটা কৰি সি বাহিৰত জাপ মাৰি পৰিল। কথমপিহে নপৰাকৈ ৰ'ল। সি পাহৰিয়েই গৈছিল—এইখন গাড়ী ইয়াত এক মিনিটহে ৰয় বুলি। এক মিনিট মানে গাড়ী ৰোৱাৰপৰা গাড়ী চলিবলৈ আৰম্ভ কৰা সময়খিনিলৈকে। সি নমাৰ লগে লগে গাড়ী এৰি দিলে। উঠি অহা ডবাটোলৈ চাই সি দেখা পালে,—পোন্ধৰখন মান নানা বৰণৰ নানা আকৃতিৰ মুখে দাঁত উলিয়াই তালৈ চাই আছে। তাৰে এজনৰ মন্তব্য কাণত পৰিল—"লৰাৰ টোপনি আহিছিল চাগৈ।" কথাখিনি এটা ফৰ্ম্মূটিৰ দৰে আহি তাৰ কাণত পৰি উফৰি গ'ল।



গাড়ীখন গুচি গ'ল।

সেই ষ্টেছনত নমা যাত্ৰী চাৰিজনহে—তাক লৈ। তাৰো তিনিজন ওচৰৰে চাহ-বাগিছাৰ বনুৱা। গাড়ীৰপৰা নামিয়েই বাগিছাৰ ফালে গুচি গ'ল সিহঁত।

জেপৰপৰা উৰমালখন উলিয়াই প্ৰতাপে চকুৰে মুখে পৰা কয়লাৰ গুড়ি আৰু ধোঁৱাবোৰ মচি পেলালে। বেলিটো পশ্চিমে হালি পৰিছে। আন্দাজ তিনিমান বাজিছে। বেগাই ভৰি চলাই দিলেহে যদি পোহৰতে ঘৰ পাবগৈ পাৰে। ইপিনে পেটতো পোৰণি উঠিছে। একেৰাহে আঠঘণ্টা ৰেলত অহা কম কথানে? তাতে আকৌ তৃতীয় শ্ৰেণী। বাটত খোৱাৰ অভ্যাসো তাৰ নাই। গৰমতে তাৰ গাৰ ঘাম জোল বোৱাদি বৈছে। বনিয়নে চোলাই গাত লিপিট খাই ধৰিছে। গোটেই গাটোত যেন জুইহে জ্বলিছে। বতাহ এছাটি আহিলেও ভাল লাগিলহেঁতেন। দূৰৈৰ ধাননিখনৰ ওপৰেদি সৰু ঢ'উ এটা বাগৰি গৈছে—বতাহৰ মৃদু কঁপনি তুলি। পথাৰৰ মাজৰ বকুল-নাহৰ আৰু আঁহত কেইজোপাৰ পাতবোৰো অলপ কঁপিছে। সি এটা স্বস্তিৰ নিশ্বাস পেলায়। পথাৰৰ মাজত তথাপি অলপ জুৰ পোৱা যাব। কিন্তু তাৰ আগতে বিচনি এখন লৈ গাটো বিচি লব পাৰিলেও কিছু শান্তি পোৱা গ'লহেঁতেন।

প্ৰতাপে ভাবিলে ষ্টেছন মাষ্টৰৰ তাতেই সোমাব নেকি! তেওঁৰ তাতেই যদি এই সাজ খাবলৈ পোৱা যায়, তেনেহলেতো আৰু ভাল। অলপ জিৰাই-শতাঁয়েই যাব পৰা হব তেও।

হাতত বিচনা আৰু চুটকেচ তুলি লৈ লাহে লাহে সি ষ্টেছনমাষ্টৰৰ ঘৰৰ পিনেই খোজ ললে।

এই ষ্টেছনটো যোৱা বেলি যুদ্ধৰ সময়ত আমেৰিকান সৈন্য বাহিনীয়ে সিহঁতৰ সুবিধাৰ কাৰণে সাজি লৈছিল। তেতিয়াৰ পৰাই এইটো হৈ গৈছে। ষ্টেছনটো হোৱাৰপৰা ওচৰৰ গাৱঁবিলাকৰ বহুত সুবিধা হৈছে। আগতে সিহঁতে ইয়াৰপৰা দহ মাইলমান আঁতৰৰ ষ্টেছনটোত নামিব লাগিছিল। আলিবাটবোৰ ভাল নহয় গতিকে মটৰ চাৰ্ভিচো নাই। তাৰপৰা খোজ কাঢ়ি পথাৰ ভাঙি হাবিতলীয়া বাটেদি ঘৰ পাওঁতে পাওঁতে ভৰিৰ ছাল-বাকলি এতৰপ এৰাই যায়। গাটোৰো অৱস্থা নাইকিয়া হয়। আমেৰিকান বাহিনী অহাৰ পিচত গাৱঁৰ মাজেদি বহল কেঁচা আলি এটাও হৈছে। এই আলিয়েদি সিহঁতে লৰী-ট্ৰাক বোজাই কৰি প্ৰতাপহঁতৰ গাৱঁৰ চাৰি মাইল আঁতৰত পতা কেম্পলৈ গৈছিল। কিমান সৈনিক, ৰঙা-বগা মুখৰ অসংখ্য আমেৰিকান। উদং গাৰে সিহঁত ট্ৰাকত উঠি যায়। কেনেবাকৈ ক'ৰবাত গাভৰু ছোৱালী দেখিলেই কিৰিলি পাৰি ফ'টো তুলি লয়। তিৰোতাবোৰ ঘৰৰপৰা ওলাব নোৱাৰা হৈছিল,—নোলাইছিলেই। উপায় নোহোৱাত কোনোবা কেতিয়াবা ওলালেও তাইৰ অপমান বিলাইৰ শেষ নাইকীয়া হৈছিল। সতাই কমাৰৰ জীয়েকৰ ঘটনাটো এই খণ্ডৰ আটায়ে জানে। বেচেৰীয়ে ৰুগীয়া মাকক বিছনাত এৰি থৈ এমাহমানৰ মূৰত সেইদিনা নৈলৈ আহিছিল। বাপেকো ঘৰত নাছিল। বাঁহজানৰ মৌজাদাৰৰ



ঘৰত সাঁৰিয়া খাটিবলৈ গৈছিল। মৰতীয়ে সেইদিনাহে যে নৈ বুলি ওলাব কোনে জানে। মানুহবোৰে পিত্‌পিতাই বিচাৰিও ছোৱালীজনীক আৰু নেপালে। এসপ্তাহৰ পিচত বাতৰি পালে বোলে তাইৰ শটো মিলিটেৰী কেম্পৰ কিছুদূৰৈৰ হাবি এখনত পৰি আছে। গাৱঁৰ মানুহে মাত এষাৰ মাতিবলৈও সাহ নেপালে। কিন্তু ঘটনাটো নজনা মানুহ আৰু নাছিল। আজি কালিও মানুহবোৰে কথাটো উনুকিয়াই "হায়! হায়!" কৰে।

মিলিটাৰীবোৰে বস্তাই বস্তাই ময়দা, আলু খাল খানি পুতি পেলাইছিল। গাখীৰ-মাখনৰ টিনবোৰ এনেয়ে পেলাই দিছিল। ইপিনে গাৱঁৰ সৰহ ভাগৰে এসাজৰ এমুঠিৰ কাৰণেই হা-হুমুনিয়াহ কাঢ়ি থাকিবলগীয়া অৱস্থা। যুদ্ধই আলি সাজিলে, ষ্টেছন পাতিলে, কিন্তু চৰিত্ৰবোৰ নষ্ট কৰি পেলালে, বেমাৰ-আজাৰে ওপচাই পেলালে দেশ। এটা জীৱনত বহুত আলি, কেবাটাও ষ্টেছন সাজিব পাৰি; কিন্তু তেনে কিমান অলেখ জীৱন যে নষ্ট কৰিলে যুদ্ধই।

ষ্টেছনঘৰৰ বাঁহৰ বেৰৰ খিড়িকী খনেদি প্ৰতাপে ভিতৰলৈ ভুমুকিয়াই চায়। ষ্টেছনমাষ্টৰ হৰকান্ত যদি আছে তেন্তে তাক মাতি নবই। তাৰ আশা ফলিয়ালে। ভুমুকনিৰ লগে লগে তাৰ মুখখন দেখি হৰকান্তই চিঞৰ মাৰি দিলে।

"ঔ আই, প্ৰতাপ দেখোন! আঁহা, আঁহা। সোমাই আহা ভিতৰলৈ।" আতৌ-পিতৌকৈ হৰকান্তই তাক ভিতৰলৈ মাতি লৈ গ'ল।

“ইমান দিনৰ মূৰত ! ক’ৰ পৰা ? গুৱাহাটীৰপৰা আহিলানে ? বন্ধ হ’ল হবলা—জহৰ বন্ধ ?” একে উশাহতে আটাইখিনি সুধিলে।

মানুহজনে প্ৰতাপক আগৰেপৰা বৰ মৰম কৰে। বহুদিনৰ মূৰত দেখা হোৱাত ৰং পাবৰে কথা। ভিতৰলৈ টানি অনাৰ দৰেই আনি চকীখনত প্ৰতাপক ঠেকেচা মাৰি বহুৱাই থৈ তেওঁ বাহিৰ ওলাই চিঞৰিবলৈ ধৰিলে—“শাওঁনা, এই শাওঁনা ! কলৈ গ’ল এই মৰাটো ! বোলো হেৰ শাওঁনা, শুনিছনে নাই ?”

“এনেকৈ চিঞৰিছা কিয় হৰকাইদেউ ? মোক আগতে বিচনী এখন দিয়া, গৰমত একেবাৰে সিজি যোৱা যেন লাগিছে।” প্ৰতাপে পিচপিনৰ পৰা মাত লগায়।

“এঃ সঁচাকৈয়ে ! মোৰ বৰ ভুল হৈছে।”

অপ্ৰস্তুতৰদৰে হৰকান্ত ঘৰৰ ভিতৰলৈ সোমাই আহি আঠুৱাৰ ওপৰৰপৰা বাঁহৰ ঘূৰণী বিচনী এখন আনি প্ৰতাপৰ হাতত দিলে।

“বাহিৰত থাকিলে সকলোৱে টানি-ধুঁহি ভাঙি পেলায় কাৰণে মই ইয়াতে লুকুৱাই থৈ দিওঁ।”

প্ৰতাপে “ওঁ !” বুলি চমূকৈ হৰকান্তৰ কথাকেইটা শলাগি চোলাটোৰ বুকুৰ বুটাম কেইটা সোলোকাই গাটোত ভালকৈ বিচ লগাই লগাই আৰামৰ নিশাহ এটা পেলায়। এনেতে দুৱাৰৰ সিফালে ক’লা মুখ এখনৰ আবিৰ্ভাৱ হল।

“মোক কেলেই মাতিছিল খুৰাদেউ ?”

প্ৰতাপে বুজিলে ইয়েই শাওনা। ল’ৰাটো বেচ ওখ। বয়স ১৭।১৮ বছৰমান হব। ৰঙচুৱা পাতল চুলিখিনি নগৰৰ অনুকৰণত পাহকটা। ক’লা মুখ খনৰ শকত ক’লা ওঠ দুটাৰ ফাঁকেদি তামোলৰ ৰঙা বোল লগা দাঁত কেইটা ওলাই আছে। গাটো বেচ পাহুৱাল। তাক দেখিয়েই হৰকান্তই ভেকাহি মাৰি উঠিল।



“এতিয়াহে আহিব পাৰিলি নে ? অথনিৰে পৰা টেটু ফালি মৰিছোঁ ! যা, চাহ এটোপা আনি দে। চাহৰ দোকান-খনৰ পৰা চাৰিখন নিম্‌কি আৰু দুটা গজাও আনিবি। এয়া হোঁ !” জেপৰ পৰা এটকি উলিয়াই হৰকান্তই মাটিত দলি মাৰি দি শাওঁনাক ক’লে, “এয়া প্ৰতাপ ! সৰু খুৰা বুলি মাতিবি, বুজিছ ?”

শাওনাই টকাটো বুটলি লৈ প্ৰতাপক সেৱা কৰে। অনভ্যস্ত প্ৰতাপে উচপ্‌ খাই ভৰি দুটা কোঁচাই নিয়ে।

“বুজিছা বাপু ! পয়ণ্টচমেনটো যোৱাৰ পিচত মই ইয়াকে ৰাখিছোঁ। ইয়েই মোৰ ৰান্ধনি, লগুৱা, ভাই-বন্ধু, পয়ণ্টচমেন, —সকলো। অকলশৰীয়া বৰলা মানুহক আৰু কি লাগিছে ? ৰজাৰ সুখত আছো ! হাঃ হাঃ হাঃ !”

হৰকান্তৰ শৰীৰটো শুকাই-খীণাই এতিয়া আগৰ চিন্ চাব নেথাকিলেও, হাঁহিটো কিন্তু একেদৰেই আছে। গগন-জিনা হাঁহি ! তথাপি তাৰে মাজত কিবা এটা আৱিষ্কাৰ কৰি প্ৰতাপে চক্ খাই উঠিল। ইমান শূন্যতা কিয় হাঁহিটোত ? ‘অকল শৰীয়া বৰলা !’ জীৱনৰ শেষ সীমাত থিয় হৈ নিঃসঙ্গ জীৱনটোৰ

কাৰণেই জানো আক্ষেপবোৰ গোট খাইছে হৰকান্তৰ অন্তৰচেতনাত?

টকাটো তুলি লৈও শাওঁনাই তাৰপৰা আঁতৰি নগৈ মূৰ খজুৱাই ৰৈ থাকে। তাক তেনেকৈ থকা দেখি হৰকান্তৰ খং উঠে।

"কি চাই আছ হেবাংৰ দৰে? যা বেগতে!"

মূৰটো তুলি হৰকান্তলৈ চাই কওঁ নকওঁকৈ শাওঁনাই কলে "ঘৰত চাহ কৰিবলৈ যে চেনি নাই খুৰাদেউ? গাখীৰৰ টিনো শেষ হৈছে।"

অলপ সময়ব কাৰণে তভক মাৰি ৰৈ হৰকান্তই কয়, "যা বাৰু তেনেহলে দোকানৰ পৰাই লৈ আহিবি। তুমি চেনি নোহোৱাকৈ গুড়েৰে চাহ খাব নোৱাৰিবানে বাপু? বুজিছা, আমাৰ ইয়াত চেনি একেবাৰে পাবলৈ নাই। সৌ চাহ দোকান-খনে অনায় অলপ মিঠৈ কৰিবলৈ; চাহো আকৌ ফিকা চাহহে দিয়ে এক অনা দিলে, দু-অনাতহে গাখীৰ দিয়া পায়। কি কৰিবা, বস্তুৰ যিহে জুই-ছাই দৰ! মানুহ চলাই টান হৈ পৰিছে।"

"কিয়? কন্ট্ৰোলৰ বস্তু তোমালোকে নোপোৱা?" প্ৰতাপ অলপ আচৰিত হয়। "নগৰত চোন ইমান দৰ নহয় হবলা। অন্ততঃ ৰেছন-কাৰ্ডৰখিনি কন্ট্ৰোল দৰতে পায়।"

"ইয়াত আকৌ ৰেছন কাৰ্ড ফাৰ্ড ক'ত পাবা বাপু! সেই আটাইবোৰ......" মাতটো সৰু কৰি প্ৰতাপৰ পিনে হালি ফুচফুচাই কোৱা দি হৰকান্তই কয়, "—সেই চোৰাং বজাৰ। টকা ঢালিব পাৰিলে তুমি পিছ দুৱাৰেদি যিমান ইচ্ছা সিমান সৰকাৰ পাবা। বুজিছা, এই মহাজনবোৰে বহুত ধন গোটালে।"



"কিন্তু চৰকাৰে আইন কৰিলে নহয়! এতিয়াও সেইবোৰ চলি থাকিব পাৰিছেনে?" সকলো জানিও একো নজনাৰদৰে প্ৰশ্ন কৰে প্ৰতাপে। কিন্তু কথাটো কৈ উঠিয়েই সি মনতে বৰ লাজ পায়। এবছৰৰ অদেখা। ইয়াৰ ভিতৰতে সি গাওঁৰ কাণ্ড কাৰখানাবোৰ পাহৰি যোৱা যেন হ'ল। গুৱাহাটীয়ে তাক বাৰুকৈয়ে পালে দেখিছোঁ! নিজকে বৰ সৰু হৈ যোৱা যেন লাগে তাৰ। অপৰাধীৰ দৰে চকু দুটা তললৈ নমাই সি কয়, "কি কৰিবা ককাইদেউ! মানুহবোৰে যেতিয়ালৈকে নুবুজে যে এই কামবোৰে তাৰ নিজৰ দেশৰ ভাই-ভণীবিলাকৰে অন্যায় কৰিবলৈ ধৰিছে, তেতিয়ালৈকে এইবোৰ আৰু নুগুচে। প্ৰত্যেক মানুহৰে যদি প্ৰত্যেকলৈ অন্তৰত আপোন ভাৱ থাকিল হেঁতেন, তেনেহলে এইবোৰ আমি কেতিয়াও নকৰিলোহেঁতেন!" অলপ আত্ম-সমালোচনা, অলপ লাজ লুকুৱাৰ প্ৰয়াস!

"নকবা আৰু! মানুহবোৰৰ দয়া-ধৰম তেনেই নাইকিয়া হ'ল। নোট কেইখনৰ বাহিৰে মানুহে আৰু একোটো নজনা হ'ল। জীয়াই থকা দিন কেইটা ঈশ্বৰে আমাক এইবোৰৰ পৰা ৰক্ষা কৰি থাকক। ইয়াকে খাটি আছো।" হৰকান্তই ঈশ্বৰকে উদ্দেশ্য কৰি হাত দুখন ওপৰলৈ তুলি চকু মুদি এবাৰ মূৰ দোঁৱায়। "বুজিছা বাপু। ঈশ্বৰত নিৰ্ভৰ কৰি চলি যাব পাৰিলে মনত যিমান বল পোৱা যায়, সিমান আৰু ক'তো নাই। মানুহবোৰৰ মতি যেনেদৰে সলনি হবলৈ ধৰিছে, প্ৰলোভনৰ যি ঢল নামিছে চাৰিওফালে,— ঈশ্বৰে ৰক্ষা নকৰিলে আৰু কোনেও কৰিব নোৱাৰে।"

এই ধৰ্ম্মভীৰু সৰল মানুহজনক প্ৰতাপে সদায় অইনতকৈ অলপ সুকিয়া চকুৰে চায়। এওঁৰ ওচৰত তাৰ মূৰ সদায় শ্ৰদ্ধাত দোঁ খাই থাকে। এনেবোৰ মানুহেই আজিও পৃথিবীৰ মানুহবোৰক ৰাখি থৈছে বুলিয়েই প্ৰতাপে সদায় ভাবে। নগৰত সি নিজেই দেখিছে মানুহে মোনত ৪০৲/৪৫৲ টকা বেচ দি চাউল কিনি খাইছে। ৰেছন-কাৰ্ডতো বস্তু নোপোৱা হৈছে। দোকানত সুধিবলৈ গ'লে কয়, "এইবাৰৰ আটা-চেনি দেখোন নাহিলেই। চাউলো কম আহিছে। বহুত গ্ৰাহকক ওভতাই পঠিয়াব লাগিব। এনেকৈ আৰু কেনেকে চলিম। দোকান বন্ধ কৰিবই লাগিব দেখিছোঁ। সময়টোৱেই বেয়া হৈছে, কি কৰিব!" দোকানিয়ে হুমুনিয়াহ এটা কাঢ়ে,—অকণমান হয়তো নিজৰ কাৰণে আৰু অকণমান গ্ৰাহকৰ সহানুভূতিত। অথচ, সেই দোকানতে আন্ধাৰৰ আঁৰে আঁৰে চলে বিৰাট চোৰাং কাৰবাৰ। কোনো কোনো শ্ৰেণীৰ লোকে ৰেছন-কাৰ্ড নোহোৱাকৈয়ে আটা, চেনি, যিমান বস্তু লাগে নি আছে। গুড় কিনিবলৈকো সেৰে ডেৰ টকা, দুই টকা। অকল বস্তুৰ ক্ষেত্ৰতে নহয়, সকলো ক্ষেত্ৰতে। ব্যৱসায় চলে আঁৰে আঁৰে—বাইজৰ চকুৰ আঁৰত। ধনবোৰ উৰিছে যেনিবা ভোজবাজীহে,—চকুৰ পচাৰতে কাৰো কাৰো বিৰাট অট্টালিকা উঠিছে, চাকৰে-মটৰে ঘৰ ভৰি পৰিছে; ফুঁতে ধন আহিছে গৈছে;—কাৰো বা ধন নিমিষতে মুঠিয়ে মুঠিয়ে ছাই হৈছে, বতাহত উৰি নাইকীয়া হৈ গৈছে, হেজাৰ যত্ন কৰিও ৰাখিব পৰা নাই।



সি ভাবিছিল এইবোৰ লুকা-ভাকু হয়তো নগৰতহে ঘটিছে,—গাৱঁৰ জীৱন চুব পৰা নাই। যোৱা বছৰত অৱশ্যে সি ইয়াৰ অলপ ভু পাইছিল; কিন্তু ইমানদূৰ পাইছেহি বুলি তৎ ধৰিব পৰা নাছিল। গাৱঁৰ লগত তাৰ চিনাকি জন্মৰ যদিও, জীৱনৰ নহয়। দহ বছৰ বয়সতে পঢ়াশালিত বৃত্তি পাই নগৰত পেহীয়েকৰ তাত থাকি প্ৰৱেশিকা পাছ কৰে। তাৰপৰা আকৌ গুৱাহাটীৰ কলেজত। বন্ধত মাজে সময়ে ঘৰলৈ অহাৰ বাহিৰে গাৱঁত সি নেথাকেই। আগলি জীৱনটোৰ দহ বছৰৰ সীমাৰ ভিতৰত সি পৃথিৱীৰ কোনো কথাকে বুজিব বা ভাবিব পৰা নাছিল। তথাপি গাৱঁখনক সি বৰ ভাল পাইছিল। দুইকাষে ধাননি আৰু বহল পথাৰৰ মাজেদি বৈ যোৱা সোণপানী নৈখন। পথাৰ পাৰ হৈ সুৰ্‌সুৰীয়া কেঁচা আলিটো। তাৰ সিটো পাৰত তাৰ মৰমৰ গাওঁখনৰ মানুহবোৰৰ ঘৰৰ শাৰী। বাৰীত অসংখ্য গছ—আম, কঠাল, লেতেকু, পনিয়ল, জামু, ৰবাব, নেমু আৰু কিমান সুমথিৰা টেঙাৰ গছ। সিহঁতৰ ঘৰৰ ওচৰতে এখন বেতনিও। বেতনিৰ মূৰতে ৰজাদিনীয়া ডাওৰ পুখুৰীটো। সি ঘৰলৈ অহা দিন কেইটাৰ ভিতৰত তাৰ পাৰতেই সি তাৰ লগৰীয়াবোৰৰ লগ হৈ মৰমৰ মাজেদি নেদেখা স্বৰ্গৰ সাধু ৰচিছিল।

চাহ ফিকা আছিল,—উকা নহয়। শাওণাই দোকানৰপৰা একণ জলপানো আনিছিল। ভিজিটেব্‌ল্ ঘিউৰে কৰা দুখন লুচী আৰু দুটা বাহী সেমেকা কচুৰি। চাহ ঘৰতে কৰিছে সি—

চাহপাত বুলি কিনি অনা চাহৰ পতান অলপ উতলা পানীত সিজাই। খাই বৈ উঠি প্ৰতাপে চাবে চাৰিমান বজাত ঘৰলৈ যাবলৈ ওলাল।

"যাওঁ দেই ককাইদেউ! তোমাক মই কাহানিও পাহৰিব নোৱাৰো"—

মৰম ওপচা চকু দুটাত বেদনাৰ বোল সানি হৰকান্তই প্ৰতাপৰ মুখলৈ চায়।

"তোমালোকৰ বাহিৰে নো মোৰ আৰু কোন আছে বাপু। তোমালোকে পাহৰিলে মই জীয়াতে মৰিম। তোমাকতোন আৰু ছমাহ বছৰেকৰ মূৰতহে দেখা পাম। এম, এ, নপঢ়িবানে? যোৱাৰ সময়ত পিচে সোমাই যাবলৈ পাহৰি নেযাবা দেই।" এই মৰমীয়াল মানুহজনৰ আন্তৰিকতা ভৰা কথাখিনি শুনি প্ৰতাপৰ মনটো আফছোছৰ বেদনাত সেমেকি যায়। সকলো মানুহেই যদি এনেদৰে ভাল পাবলৈ জানিলেহেঁতেন। মৰম পাহৰিবলৈ ধৰা পৃথিবীখনৰ কাৰণে প্ৰতাপৰ দুখ লাগে—কি লৈ যে জীয়াই থাকিব মানুহবোৰ!

কৰবাৰপৰা শাওণা ওলৰি আহিল।

"ৰস্থ কেইটা মযেই দি আহোঁ সৰু খুৰা। আপুনি এৰক। চাওঁ!" তাৰ কণ্ঠত মৰমৰ দাবি।

প্ৰতাপে তাৰ মুখলৈ চায়—"শাওণা, তোৰ ডিউটি আছে নহয়।"

"মোৰ ডিউটি নিশা দহ বজাতহে! ঘূৰি আহিব পাৰিম।"

শাওণাই বাধা মানিব নোখোজে। তাৰ আব্দাৰত হৰকান্তয়ো যোগ দিয়ে।



"সিয়ে দি আহকচোন বাপু।"

"নেলাগে হৰকাইদেউ! এইখিনিকে যদি বৈ নিব নোৱাৰোঁ, মানুহ হলোঁ কিয়? বেয়া নেপাবি শাওণা। বেজাৰ নেপাব দেই ককাইদেউ!"

বস্তু দুটা হাতত লৈ প্ৰতাপ আগবাঢ়ি যায়।

পিচপিনৰ পৰা হৰকান্তই ৰিডিয়াই কয়, "খুৰীদেউক মোৰ সেৱা জনাবা প্ৰতাপ আৰু প্ৰভাতক চেনেহ।"—প্ৰতাপে এবেলি উভতি চায়।

এয়ে হৰকান্ত। '৪২ৰ আন্দোলনত এওঁৰ ভয়ত জিলাৰ চৰকাৰ অস্থিৰ হৈ উঠিছিল,—সৈনিক পুলিচে পিয়াপি দিও ধৰিব পৰা নাছিল। প্ৰতাপহঁতৰো গাৱঁৰ মানুহৰ বিশ্বাস আছিল, ভাৰত স্বাধীন হলে এওঁ অসমতে মন্ত্ৰী-চন্ত্ৰী কিবা এটা হব। সেই আন্দোলনতে তেওঁ ঘৰ এৰিলে,—পৰিয়ালক হেৰুৱালে, শৰীৰৰ স্বাস্থ্যটোকো নাইকিয়া কৰিলে। চাৰিওপিনৰপৰা ৰিক্ত হৈ আহি আজি তিনিবছৰ আগতে স্বাধীন দেশৰ ৰাইজৰ বজাৰ অনুগ্ৰহ প্ৰাৰ্থী হৈ নিজৰ অকলশৰীয়া পেটটো পুহিবৰ কাৰণেই তেওঁ ইয়াৰে নামমাত্ৰ ষ্টেছনটোৰ ষ্টেছন মাষ্টৰ হব লগা হ'ল। বিদ্ৰোহৰ জুইকুৰা বুকুৰ মাজত এতিয়াও আছে—অন্যায়ৰ বিৰুদ্ধে; কিন্তু তাপখিনি সময়ে নাইকিয়া কৰিলে। মাজে সময়ে হৰকান্তই বুঢ়ীমাক-পিতাকৰ কাৰণে বেজাৰ কৰে; নিজেই মাৰিলে বুলি অনুশোচনা কৰে। কিন্তু হৰকান্তৰ হাড় ওলোৱা সোঁতোৱা শুকান বুকুখনৰ পৰা ওলোৱা হুমুনিয়াহবোৰৰ

লগতে সকলো আক্ষেপ সময়ৰ লগত শূন্য হৈ মিলি যায়—ক'তো অকনো আঘাত নকৰে। কি হৈ গ'ল কি মানুহটো! আমাৰ দেশৰ মানুহবোৰৰ অৱস্থা এয়ে। দিয়াবোৰে দি দি ৰিক্ত হয়, আৰু কিছুমানে তেওঁলোকৰ সৰল উদাৰতাৰ সুযোগ লৈ ধনৰ দৌল বান্ধে। তাৰ বিনিময়ত জীয়াই থকাৰ সুযোগ-সুবিধা খিনিকো বিসৰ্জ্জন দিবলগা হয় তেওঁলোকে। আপোনা-আপুনি এটা তপত নিশ্বাস প্ৰতাপৰ নাকৰ আগেদি ওলাই যায়।

---

## দুই

তেতিয়া অলপ জুৰ বতাহ বলিছে।

মনত এটা নুবুজা তৃপ্তি লৈ ধাননিৰ মাজৰ সুৰসুৰিয়া কেঁচা আলিটোৰেই প্ৰতাপ আগুৱাই গৈ থাকে। কপালখন ঘামে তিয়াই পেলাইছে,—নাকৰ আগটোতো ঘামৰ টোপাল। মুখখন ভাগৰত অলপ ৰঙা পৰিছে,—উশাহ কেইটাও ঘন হৈছে। তথাপি জুৰ বতাহ ছাটিত গাটো অলপ পাতল পালে। আলিৰ কাষৰ নাহৰ আঁহতবোৰৰ চৰাইবোৰে ৰমলিয়াবলৈ ধৰিছে। অলপ দূৰতে মৰিশালি—তাৰ গাতে নৈ। নৈ পাৰ হৈ হে প্ৰতাপহঁতৰ গাঁও। মৰিশালিৰ ওপৰত শগুণ চিলাবোৰ উৰি ফুৰিছে। নতুন বাঁহৰ আগত মেৰুৰাই দিয়া চুখনমান বগা,



ৰঙা কাপোৰ মৃতকৰ সাক্ষী হিচাবে উৰি আছে। ঠাইডোখৰ তেনেই নিজান। শেন-শগুণ আৰু কাউৰীৰ ৰাজ্য ঠাইডোখৰ। এন্ধাৰ হলে এইপিনে যাবলৈ অলপ ভয়েই লাগে।

নৈ পাৰ হোৱা কাঠৰ সাকোঁখন আমেৰিকান সৈনিকে সজা। তাৰ আগতে তাত বাঁহৰ সৰু সাকোঁ এখন আছিল।

প্ৰতাপ গৈ সেইখিনি পায়গৈ মানে আন্ধাৰ কাণি-মুণিকৈ নামি আহিব ধৰিছে। গৰখীয়াহঁতে এহাতে বাঁহৰ সৰু বাঁহী আৰু আনহাতে এচাৰি লৈ গৰুবোৰ ওভতা বাটেদি ঘৰলৈ খেদি আনিবলৈ ধৰিছে। ৰ'দ পৰি শুকান হৈ থকা কেঁচা আলিটোত সিহঁতৰ খোজ পৰি ধূলিবোৰ উৰি ফুৰিছে। গৰখীয়াহঁতে মাজে মাজে বাঁহীত ফুঁ দিছে আৰু মাজে মাজে গৰু খেদিছে। আগৰ দিনৰ ম'হৰ শিঙৰ পেঁপা আৰু মাটিৰ সুতুলী আজিকালি আৰু নাই। বাঁহৰ বাঁহীয়ে তাৰ ঠাই লৈছে। হাল-কোৰ সামৰি খেতিয়কসকলে পথাৰ এৰি ঘৰমুৱা হৈছে। গাৱঁৰ জীয়ৰী-বোৱাৰীহঁত চুপৰৰ পোহৰত নৈ লৈ নাহে। গধূলি নমাৰ লগে লগে কাষত কলহ লৈ পানী নিবলৈ আহিছে। চুপৰীয়া গাৱঁৰ পুখুৰীতে কাপোৰ, সাজ-বাচন আদি ধোৱে। পুৰা এন্ধাৰ থাকোঁতেই বোৱাৰীহঁতে নৈ লৈ আহি গা-পা ধুই পানী চুকলহ লৈ যায়। আকৌ গধূলি আহি গা ধোৱে, পানীও নিয়ে। জীয়ৰীহঁতৰ চুপৰীয়া নৈ লৈ অহাত বাধা নাই যদিও চুপৰ বেলিকা সিহঁত প্ৰায়েই নাহে। চুপৰৰ কামখিনি গাঁওৰ ৰজাদিনীয়া পুখুৰীটোতেই কৰে।

গধূলিৰ হেঙুলি পোহৰ পৰি গোটেইখন গাঁও ছবি এখনৰ নিচিনা মনোমোহা হৈ পৰিছে।

গাঁওখনৰ কথাকে ভাবি ভাবি প্ৰতাপে আগুৱাই গৈ আছে। নৈখন অলপ আগতে পাৰ হৈ আহিছে। হঠাতে কাৰোবাৰ মিহি মাত শুনি উচপ খোৱাদি সি মূৰ ডাঙি চালে।

"বাপকাইদেউ নহয়নে? ক'ৰপৰা আহিলা?"

ধুনীয়া গাভৰু এজনীয়ে হাঁহিমুখে তাক সুধিলে। তাইৰ কাষত এটা ডাঙৰ কলহ, তাৰ ওপৰত সৰু টেকেলি এটা। সোঁ খন হাতত আৰু এটা কলহ ওলোমাই আনিছে। গাত কঁপাহী সূতাৰ ৰঙা আচুৰ ফুলবছা ৰিহা-মেখেলা। কাণত এখন ফুলাম গামোচা। বোধকৰোঁ গা ধুবলৈ আহিছে।

ছোৱালীজনীক সি নিশ্চয় কৰবাত দেখিছে,—কিন্তু ভালদৰে মনত নপৰে। সি অলপ বিমোৰত পৰিল। তাৰ তেনে অৱস্থা দেখি ছোৱালীজনীয়ে খিল-খিলাই হাঁহি দিলে।

"ঐ আই। চিনিবকে পৰা নাই হবলা। ইমান সোনকালেনো পাহৰিলানে? এৰা দেও, পাহৰি গৈছা। কলেজত পঢ়া মানুহ তুমি আৰু আমি ক'ৰ মূৰ্খ চহা ছোৱালী।"

হাঁহিভৰা মুখখন ছোৱালীজনীয়ে ওন্দোলাই পেলালে। প্ৰতাপৰ তেতিয়াহে কাহিলি কাহিলি মনত পৰিল—তাই তাহাঁতৰ গাৱঁৰে ৰাণী। ছয় বছৰেই হয়হি,—মাক মৰাৰ পিচতে তাই মোমায়েকৰ তালৈ গৈছিল। তেতিয়া তাই ১২।১৩ বছৰীয়া পাট্-গাভৰু। কিন্তু এই ছয় বছৰতেনো তাই এনেদৰে সলনি



হ'লনে? তাৰ মুখৰপৰা অতৰ্কিতে ওলাই আহিল, "ৰাণী"!

ৰাণীয়ে বৰ ডাঙৰ বিপদ এটাৰ পৰাহে ৰক্ষা পালে যেনিবা। দীঘলকৈ স্বস্তিৰ উশাহ এটা লৈ তাই ক'লে, "হ'ক দেও, তথাপিও মনত যে পৰিছে!"

ধুনীয়া গাভৰু ৰাণীৰ ভৰা মুখখনৰ ডাঙৰ ডাঙৰ চকু দুটিলৈ প্ৰতাপে সৰহপৰ চাই থাকিব নোৱাৰিলে। ৰাণীয়ে আকৌ ক'লে—"ঘৰ পোৱাগৈয়ে নাই হবলা। যোৱা বাৰু। ৰাতিপুৱা কিন্তু তোমালোকৰ তালৈ যাম দেই।"

প্ৰতাপে ৰক্ষা পোৱাদি পাই আগবাঢ়ি যায়।

পিচপিনৰপৰা আৰু এটা মাত শুনা গ'ল,—"কি অ ৰাণী! বাপ্ দদাইৰ লগত কি কথা পাতিলি?"

"কিনো কথা পাতিবি অ', চিনেই পাহৰি গৈছে।" তাইৰ মাতটো অলপ সেমেকা।

গাৱঁৰপৰা দূৰৈত থাকি প্ৰতাপে গাৱঁৰ মুকলি মনটোৰ কথা পাহৰিয়েই পেলাইছিল। সেই কাৰণেই গধূলিৰ এন্ধাৰৰ মাজত গাভৰু ৰাণীৰ সহজ ব্যৱহাৰৰ নিঃসঙ্কোচনা খিনিৰ লগত নিজক খাপ খুৱাই লবলৈ সি টান পালে।

সি যেতিয়া ঘৰ পায় গৈ, মাকে তুলসী তলত সাঁজৰ বন্তি জ্বলাই নামঘোষাৰ স্তুতিপাঠ কৰি আছিল। ভায়েক প্ৰভাতে গোহালিত গৰু বান্ধি মহ আঁতৰাবলৈ যাগ দিছিল।

"আই!"

জপনাখন পাৰ হৈ হাতত বস্তু দুটা লৈ থকা অৱস্থাতে সি

অলপ পৰ থিয় দি আছিল—মাকৰ গোঁসাই-সেৱাত কিবা ব্যাঘাত হয় বুলি। মাকে পুথি থোৱা গম পায়েই সি মাত দিলে।

মাকে উচ্‌প্‌ খোৱাদি উঠি ঘূৰি চাই তাক দেখি জীৱ পোৱাদি পালে। লৰালৰিকৈ গোঁসাইক সেৱাটো জনাই উঠি আহিল। অন্তৰৰ আটাইখিনি আকুলতা লৈ বৰপুতেকৰ ওচৰত থিয় হ'লহি।

"এতিয়াহে আহি পালি বাপ?"

পিৰালিত বিছনা আৰু বাকচটো দলি মাৰি থৈ সি মাকৰ ভৰিত পৰি সেৱা কৰিলে।

"কুশল হ'ক বাপ্! মোৰ মূৰৰ চুলিৰ সমান আয়ুস হক। ইচ্‌ তোলৈ বৈ বৈ ভাগৰিয়েই গৈছিলোঁ—নাহিবি বুলি। গোঁসাই সেৱাতো মন দিব পৰা নাই।"

গালে মূৰে হাত ফুৰাই চুমা এটা খায় মাকে। প্ৰতাপৰ চকু দুটাত পানী উপচি পৰে। সাদৰী মাকক এৰি সি কৰ বিদেশত অকলে পৰি থাকিব লগাত পৰিছে। এই ধাৰ্ম্মীকা মাকৰ ওচৰত সি গোঁসাইতকৈও ডাঙৰ হৈ পৰিছে।

ককায়েক অহাৰ উমান পাই প্ৰভাতেও গোহালি ঘৰৰ কাম সামৰি থৈ চোতাল পায়হি।

"ভালে আছা ককাইদেউ।"

টুপকৈ মাটিত পৰি সেৱা কৰে প্ৰভাতে। ভায়েকক প্ৰতাপে আকোৱালি লয়—"ভালে আছোঁ সৰু বাপ; তহঁত সকলোৰে ভালনে?"



এই প্ৰভাতেই আজি ঘৰৰ গিৰিহঁত!

প্ৰতাপে সেইবেলি আই, এ, দিছিল—প্ৰভাতে প্ৰৱেশিকা। এনেতে নৰিয়াত পৰি দেউতাক ঢুকাল। প্ৰতাপে সেইবেলিতেই পঢ়া এৰিব খুজিছিল, কিন্তু প্ৰভাতে তাক বাধা দিলে। প্ৰতাপ সৰুৰেপৰা পঢ়া-শুনাত ভাল,—আই, এ, পৰীক্ষাতো ভাল ফল হোৱাৰ আশা আছে। প্ৰভাত যদিও পঢ়াত ভালেই আছিল, তথাপি পঢ়া-শুনাতকৈও ৰং-ধেমালি বা আন কিবা-কিবি বাহিৰা কামতহে উৎসাহ আছিল বেচি। সৰুকালিৰেপৰা সি বৰ দুঃসাহসী। কাৰোবাৰ কৰবাত কিবা হলেই, পাৰক নোৱাৰক সহায় কৰাৰ চেষ্টা সি সদায় কৰিছিল। প্ৰৱেশিকা দিয়াৰ আগতেই সি ঠিৰাং কৰিছিল, পঢ়া এৰি খেতিৰ কামত লাগিব বুলি। দেউতাক ঢুকুৱাত তাৰ বল বাঢ়িল। ঘৰ চলোৱাৰ ভাৰ নিজৰ হাতত লৈ ককায়েকক সি নিশ্চিন্তভাৱে পঢ়িবলৈ কলে। দেউতাকৰ দিনৰ মাটি কেইডৰাতে সি মঘাক লগত লৈ মনপুতি খেতিৰ কামত লাগিল। গোৱাঁৰ ভায়েকৰ আকোঁৰ-গোঁজালিকৈ ধৰা সঙ্কল্পত বাধা দিবলৈ প্ৰতাপৰ সাহ নহ'ল। পঢ়া এৰা তাৰ আৰু নহ'ল। প্ৰভাতক এতিয়া পঢ়াৰ কথা কলে সি কয়,—"মোৰ কথা তুমি এতিয়া ভাবিব নেলাগেচোন ককাইদেউ! তুমি এম, এ, পাছ কৰি উঠা। মোৰ বয়স তোন আৰু যোৱা নাই,—তেতিয়াও পঢ়্‌ব পাৰা।"—প্ৰতাপৰ কবলৈ তেতিয়া আৰু একো নেথাকে।

প্ৰভাতৰ যত্ন আৰু পৰিশ্ৰমৰ বলতে সিহঁতৰ আজি কোনো

বস্তুৰে আকাল নাই। দেউতাকৰ দিনত ভঁৰাল দুটা আছিল—এতিয়া সেই দুটা সি ডাঙৰ কৰিছে। খেতিৰ নন বৈজ্ঞানিক পদ্ধতিৰ বিষয়ে কিতাপ-পত্ৰ পঢ়ি খেতিৰ পৰিমাণ বঢ়াইছে। গাৱঁৰ মানুহবিলাকে নিজৰ মাজতে কোৱা মেলা কৰে,—“লৰাটোৰ গাত লক্ষ্মী নামিছে। নেদেখিছা, সি খেতিত হাত লগাবৰপৰা কেওপিনে কেনে নদন-বদন হৈছে।”—তামোলৰ দুকুৰি গছ, বাৰীত দেউতাকে ৰুই যোৱা পাণ গছো দুজোপা আছিল। মঘাৰ সৈতে লগ লাগি প্ৰভাতে দুবছৰৰ ভিতৰতে তাক বঢ়াই পোন্ধৰ জোপা কৰিলে। এই বছৰ তাৰে পৰা সি একুৰি ওঠৰ টকাৰ তামোলকে বেচিলে। তাৰ হিচাব সি মাকক নিদিয়ে; মাকেও কোনো কথা নোসোধে। বছৰি পাচলিৰ খেতিও কৰে—তাৰ বাৰীৰ আলু-কবি মানুহৰ এটা হেঁপাহৰ বস্তু। সৰুকৈ ফুলনি এখনো কৰিছে সি,—ফুলবোৰ এতিয়াও ডাঙৰ হোৱা নাই। প্ৰতাপে ভালপায় কাৰণে তাৰ কোঠাটোৰ মুখতে দুজোপা গোলাপ তগৰো ৰুইছে। সেই দুজোপা ফুলৰ বাহিৰে আন ফুল এতিয়াও ফুলা নাই।

দুবছৰৰ ভিতৰতে বহুত কৰিলে সি। এইবেলি বহাগ বিহুৰ আগে আগে বৰঘৰটো খিড়িকী দি ওখকৈ সাজিলে। গাৱঁৰ খুৰাক ককাকহঁতে তাক তেতিয়া হাক দিছিল ঘৰত খিড়িকী দিবলৈ।—“কি কৰিব খুজিছ অ’ সৰুবাপ? ঘৰৰ লাজ-আবুৰ একোকে নাথাকিবচোন।”—সি খুৰাকহঁতৰ কথাত মুখেৰে একো নেমাতি হাঁহি আছিল, আৰু ককাহঁতৰ কথাত ধেমালিৰ ছলতে হাঁহি মাৰি উত্তৰ দিছিল,—“ইমাননো ভয় কৰিছে কিয় ককা? ঘৰত তো আমাৰ গাভৰু ছোৱালী নাই। নাতি বোৱাৰীয়েকহঁত আহিলে বাৰু সেই কেইখন বন্ধ কৰি দিম।” সি সকলোৰে অসন্তুষ্টি আৰু আপত্তিৰ মাজতো ঘৰ পোহৰ আৰু বতাহ সোমোৱা কৰিলে। বেচি একো কব নোৱাৰিলে গাৱঁৰ মানুহ বিলাকে,—জানোচা প্ৰভাতৰ খং উঠে,—তাৰ পৰা হকে-বিহকে বহুত সহায় পোৱা হয়। খং তোলালে হয়তো তাৰো মুদা মৰিব,—সি আকৌ বৰ একা-চেকা বিধৰ ল’ৰা। এই সদায় হাঁহি-মুৱা সৰল দেহৰ পৰিশ্ৰমী ডেকাটোক ভাল নোপোৱা আৰু আদৰ নকৰা মানুহ গাৱঁত প্ৰায় নাছিল বুলিলেও হয়। সেই বুলি তাক হিংসা কৰা আৰু ছেগ চাই তাৰ অনিষ্ট কৰাৰ যত্ন কৰা মানুহৰো অভাৱ নাছিল।

দুই ভায়েকৰ মিলনলৈ চাই মাকৰ মনটো এটা অবুজ তৃপ্তিত ভৰি যায়। গভীৰ চেনেহৰে সিহঁতলৈ চাই তেওঁ ভিতৰলৈ সোমাই গ’ল। ইহঁতেই তেওঁৰ সকলো আশা-আকাঙ্ক্ষাৰ থল।

“তুমি বহা ককাইদেউ? ভৰি-হাত ধোৱা। মই গাটো তিয়াই আহোঁগৈ। যিহে গৰম—পথাৰত থকা সময়খিনি ৰ’দে পুৰি মাৰিব খোজে।”

পিৰালিৰ খুটাত টানি থোৱা নাৰিকলৰ জৰীদালত মেলি দি ৰখা তাৰ তিয়নি আৰু গামোচাখন কান্ধত পেলাই লৈ প্ৰভাত ওলাই গ’ল।

পানীৰ ভাৰ লৈ আহি মঘাই প্ৰতাপক দেখিয়েই আনন্দতে চিঞৰ মাৰি উঠিল,—“ঐ বৰবাপ! আহিলা। ইস্ মোৰ সোণটো, গা-মূৰ ভালনে বাপটি।”

অকণমানটিৰেপৰা তুলি-তালি ডাঙৰ কৰা মঘাৰ সৰল অন্তৰৰ মৰমখিনি কথাৰ মাজেদি নিজৰি আহে। পথাৰৰপৰা আহিয়েই সি নৈ লৈ পিতলৰ বৰ কলহ দুটা ভাৰ বান্ধি লৈ যায়। গাধুই পানী লৈ আহেগৈ।

পানীভাৰ থৈয়েই সি প্ৰতাপক সাৰটি ধৰেহি। এই মঘাৰ বলতে ওঠৰ বছৰীয়া প্ৰভাতে সংসাৰখনৰ ভাৰ নিজৰ হাতত তুলি লবলৈ সাহ কৰিছিল; মাকেও নিশ্চিন্ত হৈ থাকিব পাৰিছিল।

"ভাল, মঘা কাইটি! তোমাৰ ভালনে?"

"ইচ্ খীণালা নেকি বৰবাপ? কিনো নিখীণাবা! মাছ, গাখীৰ খাবলৈ নেপালে গা ভালে থাকেনে? ডেকা ল'ৰা—বুকু জুবুৰিয়াই গাখীৰ খাবলৈ পাব লাগে। সেই খাবলৈ নোপোৱা দেশতো মানুহ থাকেনে?"

প্ৰতাপ খীণোৱাৰ দোষটো মঘাই গুৱাহাটীৰ মূৰতে জাপি দিয়ে। মাক-পুতেকে শুনি হাঁহে।

"বৰবাপক কিবা জলপান-তলপান দিছানে আই!"

"ভৰি-হাতেই ধোৱা নাই ককাইটি। এয়া যাওঁহে ধুবলৈ। সৰু বাপো আহক।"

"ক'লৈ যোৱা? এয়া মই আনিছোঁ নহয় পানী। আহা, আহা, ইয়াতে ধোৱাহি।"

বৰ ব্যস্ততাৰে মঘাই ভৰি-ধোৱা লোটাটোত পানী আনি প্ৰতাপক দিয়েহি।



প্ৰভাত নৈৰপৰা অহাৰ পিচত মাকে তিনিওকে জলপান দি ভিতৰলৈ মাতে।

"তুমি মিছাতে কিয় ৰৈ থাকিলা ককাইদেউ। আগতে বহিলেও হলহেঁতেন।"—দুৰ্ব্বল অনুযোগ এটা কৰে প্ৰভাতে।

"হকচোন। একেলগেই বহোঁ। আহা মঘা কাইটি!"

তিনিও বহে। গাখীৰ-সান্দহ এবাটি, ঘৰৰ গুড়েৰে—লগত বাবীৰ চেনীচম্পা কলো আছিল,—অমৃত যেন লাগিল প্ৰতাপৰ।

"গাই জনীৰ গাখীৰ আগৰদৰেই আছেনে?"

"এইবেলি কাতিত আকৌ পোৱালি দিব নহয়। গাখীৰ এতিয়া অলপ কমিছে—চাৰি সেৰমানহে ওলায়।" মাকে উত্তৰটো দিয়ে।

"বুজিছা ককাইদেউ। আৰু বেলিলৈ পাৰিলে মোৰ তেনে আৰু দুজনী পছিমীয়া গাই কিনিবৰ মন।"

"কিনা বেয়া নহয়। কিন্তু ইমান গাখীৰ কি কৰিবি?"

"কেলেই, বেচিম,—কি কোৱা মঘাকাইটি!" প্ৰভাতে ডাঙৰকৈ হাঁহি দিয়ে।

মাক আৰু প্ৰতাপেও হাঁহে। কিন্তু মঘাই গহীনহৈ তল-মূৰকৈ জলপান খায়েই থাকে।

প্ৰভাতে তাৰপিনে কেৰাহিকৈ চাই দুষ্টামিৰ হাঁহি এটা মাৰি কয়—"মঘাকাইটিৰ সম্ভৱ গাখীৰ-গুৱাল হবলৈ মন নাই!"

মঘাই অলপ খং মুৰা হৈ কয়,—"মইনো কি বেয়া কথা কৈছিলো? বৰবাপেই ককৃচোন; আমাৰ এই জনী গাইৰ

নিচিনা গাখীৰ পালে, মানুহবোৰে নিনিয়াকৈ পাৰিবনে? ঘৰে ঘৰে বিকিবই নেলাগে, নিজেই নিবহি। গাৱঁৰ যিহে টোটোৰা পৰা গৰু,— টানি মৰিলেও এপোৱা গাখীৰকে নোলায়। সৰু বাপক ভাল বুধি দিলে বেয়াহে হয়। মোৰনো কি,— তোমালোকৰে……!"

মৰম মিহলি তিৰস্কাৰৰ সুৱত মাকে প্ৰভাতক খং কৰে,—"মিছাকৈয়ে নো তাৰ কিয় খং তোল সৰুবাপ। সি যি কয় তহঁতৰ ভালৰ কাৰণেহে কয়!"

প্ৰভাতে অলপ অনুযোগৰ সুৱত কয়,—"খংনো কৰা কিয় মঘাকাইটি? তোমাক এটা কথা কলেও দায়।"

মঘাই লৰালৰিকৈ কৈ উঠে,—"ঔ আই! ল'ৰাৰ মুখ ওফন্দি-লেই,—মইনো ক'ত খং কৰিলোঁ!"

"এয়াইহে মঘাকাইটিৰ কথা!"

প্ৰতাপে এটা হাঁহি মাৰে।

মাকে হাঁহিটো লুকুৱাবলৈ আন কথা উলিয়ায়,—"গাড়ী আজি বৰ পলম হল নেকি অ' বাপ! আগে-পিচে এই খনত আহিলেচোন বেলি থাকোঁতেই ঘৰ পাৱহি।"

"ষ্টেছনত হৰকাইদেউৰ তাত ৰোৱা কাৰণেই পলম হ'ল আই। গাড়ী ঠিক সময়তে আহিছিল।"

"হৰকাইদেউৰ ভাল, ককাইদেউ?"

"ভালেই আৰু!"

"এৰা, বেচেৰা! তাৰ আজি বহুদিন ভু-কে পোৱা নাই।



সৰুবাপ কেতিয়াবা সেইপিনে গ'লে তাৰ তাত সোমাই আহে। আজি বহুদিন যোৱাই নাই!"

"সেইদিনা মই হাটলৈ যাওঁতে তেওঁক দেখিছিলোঁ। মানুহজনৰ অৱস্থা নাইকিয়া হৈছে"—মঘাই কয়।

"অকলশৰীয়া মানুহ। চাওঁতা-চিন্তোতা নাই; কি কৰিব?"

মাকে সহানুভূতিৰ নিশ্বাস এটা পেলায়। অলপ সময় তভক মাৰি আকৌ সোধে,—"গা-মন তোৰ ভাল আছিলনে? গুৱাহাটীত আকৌ বোলে বৰ জহ। বৰকৈ বেমাৰ-আজাৰো হয় নহয় এই সময়ত! মই এইপিনে চিন্তাত মৰোঁ। কি হ'ল কি নহ'ল বুলি। মানুহৰ মুখত বা চিঠিত বতৰা শুনি মনটো ভাল নেলাগে, তহঁতক আগত দেখি নেথাকিলে।"

"তুমিনো এতিয়াও আমাৰ কাৰণে ইমান চিন্তা কৰানে আই? আমিতো এতিয়া আৰু সৰু হৈ থকা নাই। গা মোৰ ভালেই। গুৱাহাটীত অৱশ্যে জহ বেচি হৈছে;—মানুহো বাঢ়িছে নহয়,"—প্ৰতাপে এটা এটাকৈ উত্তৰ দি যায়।

এনেতে বাহিৰত কোনোবাই মাতে,—"বাইদেউ ঘৰত আছেনে? আমাৰ প্ৰতাপ আহিছে হেনো! অথনি সৌ হেমৰ মুখত শুনিলোঁ। ভাবিলোঁ বাতৰিটোকে লৈ যাওঁ!"

"অ— কৃষ্ণৰ মাক আহিছে হবলা। তহঁতে বাৰু খা সোণ!" মাক বাহিৰলৈ উঠি যায়।

"এৰা কৃষ্ণৰ মাক। সি এইমাত্ৰ ঘৰ সোমাইছেহি।

জলপানৰ পাতত বহিছে। তুমি ইয়াতে বহা। মই আহিছোঁ”—মূঢ়াটো আগবঢ়াই দি প্ৰতাপৰ মাক বৰঘৰ সোমায়।

কৃষ্ণ গাৰঁৰ সম্বন্ধত প্ৰতাপৰ ভায়েক। বয়সত প্ৰতাপতকৈ তিনিমাহৰ সৰু। মাকক ইহঁতে খুৰী বুলি মাতে।

“হক বাইদেউ! ঈশ্বৰে তাক ভাল কৰক। গাৰঁত জ্ঞানোচা সিয়েই লিখা-পঢ়া শিকি কিবা অলপ কৰিব পাৰে।” খুৰীয়েকে প্ৰতাপক আশীৰ্ব্বাদ এজোলোকা দিয়ে।

মাকে চাকিগছ আনি গছাত তুলি থয়। বটাটো তামোল-কটাৰিৰে আনি আগত লৈ মূঢ়া এটা টানি আনি কৃষ্ণৰ মাকৰ ওচৰত বহে।

“তাকেই আশীৰ্ব্বাদ কৰা কৃষ্ণৰ মাক। ইহঁতেই মোৰ ভৰষা।”

দুখন মাতৃহৃদয়ৰ স্নেহাপ্লুত মন দুটাৰ মৰম আৰু আশীষ ভৰা কথাবোৰ শুনি প্ৰতাপৰ চকুৰ চুক দুটা সেমেকি উঠে। এইবোৰেই তাৰ মাক খুৰীয়েক। নিজৰ আপোন মানুহ। সংসাৰৰ আঘাতত ভাগি যোৱা প্ৰাণটোক এওঁলোকেই সান্ত্বনাৰ প্ৰলেপ দি নিচুকাই ৰাখে।

জলপান শেষ কৰি মঘা, প্ৰতাপ আৰু প্ৰভাত,—তিনিও বাহিৰলৈ ওলাই আহে। প্ৰভাত আৰু মঘা বাট-চ'ৰালৈ আগবাঢ়ে।

প্ৰতাপে খুৰীয়েকক সেৱা কৰি উঠি কুশল বাতৰি সুধিলে। “আমাৰনো আৰু ভাল-বেয়া কি বাপ। দেশৰ বস্তুৰ



যিহে আকাল! কি যে দুৰ্দ্দিন আহিল কব নোৱাৰো।” হুমুনিয়াহ এটা কাঢ়ে কৃষ্ণৰ মাকে। “কৃষ্ণয়ো একো এটি যোগাৰ কৰিব নোৱাৰিলে। মাটি কেই ডৰাতে যে শইচ এটা লগাব তালৈকো তাৰ গাত বলেই নাই। বাহঁ-বন কেতবোৰ কৰিছিল. সিও বোলে আজি-কালি বজাৰত নচলে। দেশৰ বঙালে আহি বজাৰ ভৰি পৰিছে। সিহঁতে হেনো কম বেচতে দিয়ে,—তাহাঁতৰে বস্তু কিনে মানুহে। ইনো কি কৰিব, ঘৰতে বহি বহি ভাবি থাকে আৰু তাৰো কপাল বেয়া,—ময়ো ভাল সাধি অহা নাছিলোঁ। নহলেনো এনে অৱস্থা হয় নে?” চকুৰ কোণ দুটা চলচলিয়া হয় তেওঁৰ।

কথা শুনি প্ৰতাপৰো বেজাৰ লাগে। এওঁলোকৰ মুখতো আজি কালি দুৰ্ভাগ্যৰ কথা,—হুমুনিয়াহ নুগুচাত পৰিল। অথচ, যুদ্ধৰ সময়লৈকে এওঁলোকে দুখ কাক বোলে নেজানিছিল। মুখত সদায় হাঁহি। সৌভাগ্যৰ জিলিকনিত মুখ উজ্জ্বল হৈ আছিল। এই অভাৱ নুবুজা হাঁহি ভৰা দেশ খনৰ এনে অৱস্থা কোনে কৰিলে বাৰু? অকল ইয়াতেইতো নহয়, গোটেই পৃথিবীজুৰি। মানুহৰ সুখৰ ঠাই সেউজীয়া পৃথিৱীখন লাহে লাহে কিহবাই গ্ৰাস কৰি আনিছে যেন। মানুহৰ বুকুৰ ৰঙা তেজৰ বোল লাগি—কয়লা-বাৰুদৰ ক'লা ক'লা ধোৱা, দুৰ্গন্ধটোৰে ধুনীয়া পৃথিবীখন কুৎচিত হৈ পৰিছে;—অন্তৰতো তাৰ চেকা নলগাকৈ থকা নাই। যন্ত্ৰৰ যুগত মানুহবোৰো যেন যন্ত্ৰ হৈ গ'ল।

"তেনেহলে তুমি পাৰিলে এপাক মোৰ তালৈকো মাৰিবাচোন বাপ। সুখ-দুখৰ কথা এষাৰকে হ'ম"—

খুৰীয়েকে কয় প্ৰতাপক।

"বাৰু, খুৰীদেউ!"

প্ৰতাপে হুমুনিয়াহ এটা কাঢ়ি চৰা ঘৰৰ পিনে যায়। তাত মঘা আৰু প্ৰভাতে তাৰ কাৰণে বৈ আছিল।

---

## তিনি

কটন কলেজৰ বুৰঞ্জীৰ অধ্যাপক জীৱন বৰুৱাৰ দুমহলা ঘৰটোৰ ওপৰ মহলাৰ ড্ৰইংৰুমত বহি বীণাই ৰেডিও শুনি আছিল। বীণা দেখিবলৈ ধুনীয়া। হাতত বঙালী আলোচনী এখন লৈ অলসভাৱে চোফাখনত গাটো এৰি দি গীতৰ তালে তালে ভৰি নচুৱাই আছিল।

হঠাৎ জখলাত দুপদাপ শব্দ কৰি উঠি আহি ৰীণা বীণাৰ ওচৰতে চোফাখনত ধপ্‌কৈ বহি পৰিল।

বিশেষ ভঙ্গী এটাৰে মুখত বিৰক্তিৰ ভাৱ ফুটাই বীণাই কয়, "উঃ—! কি উৎপাতখন কৰি থাক তই ৰীণা। ইমান সুন্দৰ গানটো নষ্ট কৰি দিলি।"



"নষ্ট কৰিলোঁ! ক'তা? গায়েই আছে দেখোন।"—ৰীণাই অলপ আচৰিত হোৱা ভাৱে কয়। পাচত হঠাৎ যেন বুজি পালে বীণাৰ কথাৰ ভিতৰুৱা অৰ্থটো,—ক'লে "অ'—মানে তোমাৰ সুৰৰ মৌজ ভাঙি দিয়াৰ কথা কৈছা? কিন্তু সময় যে সেইপিনে পাৰ হৈ যায়। তিনি বাজি গ'লেই বেবৰ ঘড়ীটোত! চাওঁ উঠা। গান শুনি শুনি আজি মীনাৰ তাত থকা engagementৰ কথাও পাহৰিলা দেখিছোঁ! এতিয়াৰ পৰা নোলালে সময়মতে পাবাগৈ কেনেকৈ? চাৰি বজাততো সেইখিনি পাবগৈয়ে লাগিব।" তাইৰ কথাত কৰ্তৃত্বৰ মৃদু সুৰ এটা বাজি উঠে।

সপোনৰ পৰা যেন সাৰ পালে বীণাই!

"ইচ, সঁচাকৈয়ে বৰ পাহৰিছিলোঁ। ইমান সোনকালে তিনি বাজিলেইনে?"

"সময় আৰু বৈ থাকিবনে তোমালৈ? এতিয়া সোনকাল কৰা। নহলে সকলো মিছা হব।"

"যা যা বৰ জনাটো হব নেলাগে। ড্ৰাইভাৰক গাড়ীখন উলিয়াই ঠিক কৰিবলৈ কগৈ। মই ওলাওঁ।"

ৰেডিওৰ চাবিটো বন্ধ কৰি সোণালী ৰঙৰ ফিটাৰ চেণ্ডেল যোৰত ভৰি সুমুৱাই বীণা চোফাৰ পৰা উঠে।

"বাৰু"—

ৰীণা একে লৰে তল পালেগৈ। বীণাই ডাঁৰৰ পৰা টাৱেলখন টানি লৈ অলসভাৱে চেণ্ডেল চোচোৰাই চোচোৰাই গা-ধোৱা খোটালিৰ পিনে খোজ লয়।

জীৱন বৰুৱাৰ পৰিয়াল বুলি তেওঁ নিজে, তেওঁৰ পৰিবাৰ আৰু ছোৱালী দুজনীয়েই। তেওঁৰ পৰিবাৰে নিঃসন্তান মোমায়েকৰ পৰা উত্তৰাধিকাৰী সূত্রে গুৱাহাটীৰ ঘৰটো আৰু আশী হেজাৰ টকাৰ বেঙ্ক বেলেঞ্চ এটা পায়। তাৰ যহতে নগৰৰ ধনী সম্প্রদায়ৰ মাজত তেওঁৰ ঠাই লেখত লবলগীয়া। ছোৱালী দুজনীও আধুনিকতাৰ আটাইখিনি সম্ভাৰ আৰু লাহ-বিলাহৰ মাজতে গঢ়ি উঠিছে।

কলেজৰ অধ্যাপক, ছাত্র আৰু বাহিৰৰ সকলো মানুহৰ পৰাই বৰুৱাই সন্মান পায়। বৰুৱাৰ পৰা কিবা শিকিবলৈকেই হ'ক, বা তেওঁৰ ৰং-বহণেৰে ৰূপ চৰোৱা গাভৰু জীয়েক দুজনীৰ আকৰ্ষণতেই হ'ক,—নিতৌ দহ-পোন্ধৰ জন ছাত্র তেওঁৰ তালৈ আহে। ছাত্রসকলে বৰুৱাৰ পঢ়া কোঠাটোত বহি থকাৰ সময়ত তেওঁ হয়তো তেওঁলোকক প্ৰাচ্য-প্ৰতীচ্যৰ সভ্যতা-সংস্কৃতিৰ ঐক্য, বা দেশ-বিদেশৰ অতীত ৰাজনীতি-শাসননীতিৰ লগত ভাৰতবৰ্ষৰ নীতিৰ তুলনা কৰি কিবা গৱেষণামূলক বক্তৃতা কৰে; কিন্তু ল'ৰাৰ চকু-কাণ, মন সকলো ইন্দ্ৰিয় ভিতৰৰ পৰা কিহবাৰ সহাঁৰি পোৱাৰ আকাঙ্ক্ষাত উদগ্ৰীৱ হৈ থাকে।

কিন্তু বৰুৱাৰ তালৈ অহা আটাইবোৰ ছাত্রই তেনে বিধৰ নাছিল। দুই এজনে শিক্ষাৰ প্ৰকৃত আগ্ৰহ লৈও তালৈ আহিছিল। ইমান ঐশ্বৰ্য্যৰ মাজত থাকিও বৈৰাগ্য ভাৱৰ নিৰ্ব্বিকাৰ এই সুপণ্ডিত অধ্যাপক গৰাকীক তেওঁলোকে দেৱতাৰ দৰে শ্ৰদ্ধাও কৰিছিল। প্ৰতাপো আছিল তেনে এজন ছাত্র।



অধ্যাপক বৰুৱায়ো স্বল্পভাষী শান্ত আৰু অমায়িক স্বভাৱৰ প্ৰতাপক আন সকলো ছাত্ৰতকৈ অলপ বেছি মৰম কৰিছিল। তাৰ মাজত তেওঁ ভৱিষ্যতৰ এটা বিৰাট প্ৰতিভা লুকাই থকাও দেখিছিল। কলেজৰ পৰা প্ৰায়ে তাক লগতে ঘৰলৈ লৈ আহিছিল। ঘৰত চাহ-জলপান খুৱাই তাক আগত লৈ,—ভাৰতীয় সভ্যতা-সংস্কৃতি,—তাৰ ওপৰত অষ্ট্ৰিক, দ্ৰাৱিড়িয়ান আৰু মঙ্গোলিয়ান প্ৰভাৱ কিমান পৰিছে অসমৰ লগত তাৰ সম্বন্ধ ইত্যাদি; ৰাজনীতি, সমাজনীতি, অৰ্থনীতি, ধৰ্ম্মনীতি সকলোৰে ইতিহাস এটাৰ পিচত এটাকৈ কৈ গৈছিল। প্ৰতাপৰ মতামতো তেওঁ শুনি লৈছিল আৰু ভুল থাকিলে শুধৰাই দিছিল। প্ৰতাপে নতুন নতুন তথ্যবোৰ কাকতত টুকি লৈছিল। বৰুৱাই প্ৰতাপক নিজৰ ঘৰৰ এজন ল'ৰা বুলি ভাবিছিল। ঘৰৰ বাহিৰ-ভিতৰ চাৰিওপিনে তাৰ অবাধ গতি আছিল। মাজে-সময়ে বীণা-ৰীণাকো ইটো-সিটো পঢ়া দেখুৱাই বুজাই দিছিল। বীণাই এইবেলি ইণ্টাৰমিডিয়েট্ আৰু ৰীণাই প্ৰৱেশিকা দিব।

তেওঁলোকৰ তালৈ প্ৰতাপৰ ঘনাই আহ-যাহ দেখি লগৰ ল'ৰাবোৰৰ মন ঈৰ্ষাত ডেই-পুৰি মৰা অৱস্থা। তথাপি বীণা-ৰীণাক জোৰাই প্ৰতাপক জোকোৱাৰ বাহিৰে আৰু তাকে লৈ নানান ধৰণৰ হোৱাই-নোহোৱাই গল্প-গুজৱ উলিয়াই প্ৰতাপক বাক্যবান মৰাৰ বাহিৰে, আন একো কৰিব নোৱাৰিছিল। ল'ৰাবিলাকৰ বাহিৰেও নগৰৰ সৰু-বৰ সকলোৰে মাজত এই কথাকে লৈ নানা কল্পনা-জল্পনাও চলিছিল। কিছুমানে স্থিৰ

কৰিয়েই লৈছিল যে বীণাৰ, নহলে ৰীণাৰ লগত প্ৰতাপৰ বিয়া হবই। কিন্তু বাহিৰে-বাহিৰে যে কথা ইমানদূৰ ওলাই গৈছে, আপোনভোলা বৰুৱাই তাৰ গমকে পোৱা নাছিল। ছোৱালীহঁতৰ লগত প্ৰতাপৰ মুকলি ব্যৱহাৰ দেখি মাকেও মাজে সময়ে বৰুৱাৰ আগত বীণাৰ বিয়াৰ কথা উনুকিয়াইছিল যদিও, বৰুৱাই —"ৰ'বা ৰ'বা। সেইবোৰ কথা এতিয়াই ভাবিবৰ হ'লনে? এতিয়াও বহুতদিন আছে। তাই অন্ততঃ বি,এ, টোতো পাছ কৰক"—বুলি লেঠা মাৰি থয়। বৰুৱানীয়ে যদি মানুহে কোৱা-মেলাৰ কথাবোৰ কয়, বৰুৱাই থোৰতে কৈ থয়,—"মানুহে বেলিটো পশ্চিমে ওলায় বুলি কলে, সিও সঁচা হবনে?"—কিন্তু বৰুৱানীয়ে কোনোমতেই তেওঁৰ সদাশিৱ স্বামীক বুজাব নোৱাৰে যে মানুহে বেলিটো পশ্চিমে উঠা বুলি কোৱা আৰু গাভৰু জীয়েকক লৈ কোৱা, একে কথা নহয়। নিজৰ কপালকে দুষি ভাগ্যক ধিয়াই থকাৰ বাহিৰে তেওঁ আৰু কোনো বাট বিচাৰি নেপায়।

কলেজীয়া ল'ৰাৰ আহ-যাহ আৰু প্ৰতাপৰ ঘনিষ্ঠতাক লৈ মানুহে কোৱা কথাই আন একো কৰিব নোৱাৰিলেও, ৰূপহী গাভৰু বীণা-বীণাৰ মনত এটা ৰঙীন মোহ সানি দিছিল। সিহঁতৰ মাত, কাপোৰৰ খছ-খছনি, হাতৰ খাৰুৰ টুং-টাং সুৰ আৰু চেণ্ডেল চোচোৰাই খোজকঢ়া শব্দই দেউতাকৰ বাহিৰা ঘৰত বহি থকা ল'ৰাহঁতক যে কিমানখিনি চঞ্চল কৰি তোলে, তাক মনে মনে অনুভৱ কৰিও তাহাঁতে মনত এটা তৃপ্তি পাইছিল।

* * * * *



আজি মীনাহঁতৰ ঘৰত চাহ-মেল এখনৰ আয়োজন হৈছে। মীনাৰ ভাৱী-স্বামী ৰতীন বিলাতৰ পৰা এম,বি, পাছ কৰি আহিছে। তেওঁৰ সম্বৰ্দ্ধনাৰ কাৰণেই আজি এই চাহ-মেল আৰু আমোদৰ আয়োজন।

চাৰি বাজিবলৈ পাঁচ মিনিটমান থাকোঁতেই ধোঁৱাবৰণীয়া নতুন মটৰখনত উঠি ৰীণা-বীণা মীনাহঁতৰ ঘৰলৈ গ'ল। বীণাই নিজে গাড়ী চলায়। ড্ৰাইভাৰটোক আমনি কৰি কৰি শিকি লৈছে।

গাড়ী আহি মীনাহঁতৰ পদূলিত ৰোৱাৰ লগে লগে দুজনী ছোৱালীয়ে সিহঁতক আগবঢ়াই লৈ গ'লহি। বীণাৰ গাড়ীৰ লগে লগে আহি ৰোৱা টু-চীটাৰ এখনৰ পৰা এজন আটক ধুনীয়া ডেকা নামি আহিল। অলপ ৰৈ তেওঁ হাতৰ পাইপ-ডাল নতুনকৈ জ্বলাই লৈ চাহাবী আয়মত হুপি হুপি বীণাহঁতক লগ ধৰিলেহি।

"হেল্লো বীণাদেৱী। বহুত দিনৰ মূৰত দেখিলোঁ। ভাল, —নহয়নে?"

বহুদিন মানে এসপ্তাহ!

এই লৰাটো বীণাৰ পিচত বৰকৈ লাগিছে। বাটে-ঘাটে য'তে ত'তে সি তাইক লগ ধৰাৰ চেষ্টাত থাকে। মীনাহঁতে কয়, ল'ৰাটো উজনিৰ কোনোবা চাহ বাগিছাৰ মালিকৰ ল'ৰা। নাম অজয় দত্ত। নিজেও কাৰবাৰ কৰে,—চাহ সৰবৰাহৰ। টু-চীটাৰখন তাৰ নিজৰ। মীনাৰ ককায়েক হৰিশৰ লগত তাৰ

চিনাকি ক্লাৱৰ জৰিয়তে। তাৰ পৰাই সি তাঁহাতৰ তালৈ প্ৰায়েই অহা যোৱা কৰে।

"এৰা ভালেই!"—চুটিকৈ হাঁহি এটা মাৰি বীণাই উত্তৰ দিয়ে।

ডাঙৰ হলটোৰ এমূৰত ধুনীয়া মঞ্চ এখন সজা হৈছে। নিমন্ত্ৰিত সকলোৱেই প্ৰায় আহি পাইছে। বীণাৰ লগত ৰতীনৰ চিনাকি কৰি দি অজয়ে বীণাৰ ওচৰৰ চকী এখনতে বহি ললে। বীণাক তাইৰ বান্ধৱী কেইজনীমানে ভিতৰলৈ মাতি লৈ গ'ল।

অলপ পিচতে মঞ্চৰ আঁৰ কাপোৰখন উঠি গ'ল। মীনাৰ ককায়েক হৰিশে মীনা আৰু ৰতীনক লগত লৈ মঞ্চত উঠিলগৈ। ৰতীনৰ লগত সমজুৱাৰ চিনাকি কৰি দিলে হৰিশে,—"মাননীয় অভ্যাগত সকল! আপোনালোকক আজি সমূহীয়াকৈ মাতি আনি আমাৰ আনন্দৰ অংশ দিবলৈ পাই সঁচাকৈয়ে নিজকে ভাগ্যৱান বুলি অনুভৱ কৰিছোঁ। এওঁ মোৰ ভাবী ভনী-জোঁৱাই শ্ৰীৰতীন চলিহা। লণ্ডনত চাৰি বছৰ থাকি ডাক্তৰী বিদ্যাৰ মষ্টাৰ ডিগ্ৰী লৈ আহিছে। এওঁৰ অভ্যৰ্থনাৰ কাৰণেই আজি এই চাহ-মেল আৰু আমোদৰ আয়োজন। এই বিৰাট ৰুগীয়া দেশখনৰ অলপীয়াকৈ হলেও, তেওঁ অভাৱ পূৰণ কৰিব পাৰিব বুলি মই আশা কৰোঁ, আৰু তাঁৰ হকে সকলোৱে শুভইচ্ছা আমি কামনা কৰোঁ। ইয়াৰ লগতে আৰু এটা বাতৰি পালে আপোনালোকে আনন্দ পাব যে মোৰ ভনী শ্ৰীমতী মীনাৰ লগত শ্ৰীৰতীনৰ



শুভ-পৰিণয়ৰ দিন আজিৰ পৰা দুমাহৰ ভিতৰতে স্থিৰ কৰা হৈছে।"

হৰিশৰ কথা শেষ হোৱাৰ লগে লগে চাৰিওপিনৰ পৰা সম্বৰ্দ্ধনা আৰু হাত-চাপৰি পৰিল। লাজুকীয়া হাঁহি এটা মাৰি ৰতীন আৰু মীনাই ৰাইজক নমস্কাৰ জনাই নামি গ'ল,—হৰিশো নামিল। তেওঁলোক আহি সমজুৱাৰ ওচৰ পোৱাৰ লগে লগে সম্বৰ্দ্ধনা আৰু কৰমৰ্দ্দনৰ জাউৰি উঠিল। অজয়ে আগবাঢ়ি গৈ ৰতীনৰ কৰমৰ্দ্দন কৰি চাহাবী ভঙ্গীত জোখৰ হাঁহি এটা মাৰি কলে,—"গুড্ লাক্ মাই বয়। ইউ আৰ ভেৰি ফৰচুনেট্ টু হেভ চাচ্ এ পাৰ্টনাৰ ইন্ লাইফ্। মাই হাৰ্টি কংগ্ৰেশ্যুলেশ্যন; মিচ মীনা দেৱী! বিচ্ ইউ এ ভেৰি হেপি হোম।"—তাৰ আকলুৱা দৃষ্টিটো বীণাৰ মুখত থৈ সি তাৰ কথাখিনি শেষ কৰে। বীণাই সেই দৃষ্টি সহ্য কৰিব নোৱাৰি মুখ ঘূৰাই লয়।

নৃত্য-গীতৰ অনুষ্ঠান লাহে লাহে আৰম্ভ হ'ল। নন্দাৰ বাঁহী, গীতাৰ চেতাৰ, নীলিমৰ বেহেলা, মাধৱীৰ পিয়ানোৰ সঙ্গীত, মধুৰ কণ্ঠেৰে গোৱা অনিতাৰ গীত এটাৰ লগত নগৰৰ নৃত্য-ৰাণী মঞ্জুলাৰ সুগঠিত শৰীৰটো কঁপি উঠিল; সমতাল ৰাখি হীৰেণৰ হাত তবলাৰ ওপৰত খৰ গতিত চলিল। সুৰৰ ঝঙ্কাৰ, গীতৰ ৰাগিনী, নৃত্যৰ ছন্দই এটা স্বপ্নাৱেশৰ সৃষ্টি কৰিলে। মঞ্জুলাৰ কঁপি থকা আঙ্গুলিকেইটা, গা-ভাঙ্গি নচা গতিবোৰ আৰু আৱেশত মুদ খাই থকা চকুৰে হাঁহি ভৰা মুখখনলৈ সকলোৱে মুগ্ধ বিস্ময়ত চাই থাকিল। অজয়ে মাজে মাজে ডিঙিটো ইকাতি-

সিকাতি কৰি পাইপটো বাওঁহাতৰ আঙুলি দুটাৰে চেপি ধৰি—'লাভলি' 'মাৰ্ভেলাচ' "হাউ চাৰ্মিং" ইত্যাদি মন্তব্য কৰিছে আৰু বীণাৰ পিনে কেৰাহিকৈ চাই আছে !

ৰতীন অজয়ৰ ওচৰৰ চকীখনতে বহিছিল। সুৰ-ছন্দৰ এই এই স্বপ্নলোকত বহি থাকিও সি অজয়ৰ কাৰ্য্য-কলাপত অতীষ্ঠ হৈ পৰিছিল। শেষত লাহেকৈ তাৰ ওচৰৰপৰা উঠি গ'ল।

---

## চাবি

সেইদিনা ৰাতিপুৱাই প্ৰতাপ কৃষ্ণহঁতৰ তালৈ গৈছিল। খুৰী-য়েকে বাৰীখনত শাক-পাত কিবা পায় নে কি, তাকে বিচাৰি আছিল। প্ৰতাপৰ মাত শুনি চোতাললৈ ওলাই আহিল। হাতৰ ভগা খৰাহীটোত ক'লা কচুৰ ঠাৰি কেইডালমান, খুটৰা শাক এমুঠি আৰু আধা হাতমান দীঘল লাও এটা।

"পাছলি গোটাইছে খুৰীদেউ ?"

"এৰা বাপ্। ইয়াকে নেখাইনো খাবা কি ? বাৰীখনতো একো এটা নাইকীয়া হ'ল। মই খুচৰি খুচৰি লাও কোমোৰা দুজোপামান লগাইছিলোঁ, এজোপাও ভাল নহ'ল। এয়া চোৱাচোন, এই জোপাৰ লাও দুহাত দীঘল হৈছিল আৰু বেলি। এইবাৰ এহাতো নহ'ল।"



খুৰীয়েকে লাওটো তুলি প্ৰতাপক দেখুৱালে। অকল মানুহবোৰেই ৰুগীয়া, বিজতৰীয়া হোৱা নাই,—শইচ্‌বিলাকো হৈছে!

"তুমি তেনেহলে বহাচোন বাপ্ মই এইখিনি থৈ আহিছোঁ। অ' ধন! চাবিখন উলিয়াই দেচোঁন—প্ৰতাপ আহিছে!"

কৃষ্ণক মাকে ধন বুলি মাতে। খুৰীয়েক ৰান্ধনী-ঘৰ নাম লৈ ককাঁল ভাঙো ভাঙো হৈ থকা ঘৰটোলৈ সোমাই গ'ল। প্ৰতাপে দেখিলে ঘৰটো কোনোমতে ৰৈ আছে। বেৰ ছাল আটাইবোৰ উৰ'লি গৈছে। তামোলৰ ঢকুৱা, নাৰিকলৰ পাত এইবোৰেৰে মাজে মাজে টাপলি মৰা। বাহিৰৰ পৰা ভিতৰৰ প্ৰত্যেকটো বস্তুকেই প্ৰায় দেখি। থকা ঘৰটোৰ অৱস্থাও প্ৰায় তেনে,—মাথোন বেৰত পখৰা-পখৰিকৈ মাটি লিপা আছে। প্ৰতাপে ভাবে, গাঁৱৰ বৰমূৰীয়াসকলে এওঁলোকক এনেদৰে বে-আবুৰ হৈ থাকিবলৈ দিছে কোন সতে ? সি দেখিলে, ভগা ঘৰটোকে কৃষ্ণৰ মাকে অতি ধুনীয়াকৈ লিপি-পুছি ৰাখিছে। চোতালখনো তেনেই নিকা।

"বহা ককাইদেউ !"

কৃষ্ণৰ মাত শুনি প্ৰতাপৰ চিন্তাৰ সূত্ৰ চিগি যায়। এখন চাবি আনি কৃষ্ণই পাৰি দিয়ে। তাক দেখিয়েই প্ৰতাপে চক্ খাই উঠে,—এয়া কৃষ্ণ ? ক'তা, সিবেলি আহোঁতেতো এনে অৱস্থা হোৱা নাছিল তাৰ ! গাত মঙহৰ চিন-মোকামেই নাই, চকুকেইটা টেলেকা হৈছে। গাৰ ছাল হৈছে যেনিবা ষাঠি বছৰীয়া বুঢ়া !

"কি কৃষ্ণ! তোমাৰ এনে অৱস্থা?"—আচৰিত হৈ প্ৰতাপে আৰ্তনাদ কৰাৰ দৰে চিঞৰি উঠে।

"কি কৰিবা কৰাইদেউ! মেলেৰিয়াই ধৰি মোক মাৰি-বলৈহে বাকী ৰাখিছে। নিজে খাটিবও নোৱাৰা হলোঁ। দুটা পেট,— মোৰ নিজৰটোকে পোহ দিয়াৰ শক্তি নাইকীয়া হৈছে।"

হাঁহিবৰ চেষ্টাত মুখখন বীভৎস হৈ উঠে কৃষ্ণৰ। প্ৰতাপে একো মাতিব নোৱাৰে। চাৰিখনত বহি শূন্য দৃষ্টিৰে বাহিৰলৈ চাই থাকে। ওচৰত কৃষ্ণৰ কঙ্কাল।

এনেতে খুৰীয়েক ওলাই আহে প্ৰতাপৰ,—"চাহ এটুপি যতনাৰ খুজিছোঁ বাপ—এতিয়াই নেযাবা।"

"কেলেইনো আকৌ জহল এখন পাতিলে খুৰীদেউ! মই চাহ বৰকৈ নেখাওঁৱেই। ডাক্তৰে হাক দি পঠিয়াইছে।"

মিছা এবাৰকে ক'লে প্ৰতাপে। ডাক্তৰে হাক দিয়া বুলি শুনি খুৰীয়েকে আৰু জোৰ নকৰিলে। জুইৰ ওপৰৰ পৰা টেকেলিটো নমাই থৈ আহি প্ৰতাপৰ ওচৰতে বহিলহি।

"মই এই ধনৰ কথা কবলৈকেই তোমাক মাতিছিলো বাপ। ইয়াক কিবা এটা যোগাৰ কৰি নিদিলে টানেই হৈছে চলা। পৰিশ্ৰমৰ কামো কৰিব নোৱাৰে। দেখিছাই নহয় গাটো! পণ্ডিতী-চণ্ডিতী কিবা এটা পালেও;"—কৃষ্ণৰ মাকে কথাৰ পাতনি মেলে।

"তুমি দৰ্খাস্ত কৰা নাইনে কৃষ্ণ? আমাৰ লোকেল বোৰ্ডতে চেয়াৰমেনক ধৰিলে জানোচা কিবা এটা·····।"



প্ৰতাপে কৃষ্ণক কয়। মাজতে খুৰীয়েকে বাধা দি কয়, —"মই তাকেইতো কব খুজিছো বাপ। দিয়াচোন এটা যোগাৰ কৰি। দূৰৰ পঢ়াশালিলৈ সি যাবও নোৱাৰে। গাৱঁতে যদি এটা পঢ়াশালি পাতি দিয়ে। চেয়াৰমেন নে কি, তেওঁক কলে কথাটো হৈ যায়। তুমি পঢ়া-শুনা কৰা ল'ৰা! তুমি কলে ততালিকে হব। তোমাৰ কথানো পেলাব পাৰিবনে?"

হায় ৰে পঢ়া-শুনা! প্ৰতাপৰ দুখতো হাঁহিৰ ৰেখা মুখত ফুটি উঠে। কিমান বি, এ, এম, এ, পাছ ডেকাই কেৰাণীগিৰীৰ কাৰণে ঘূৰি ফুৰিছে, তাৰ ভু যদি এওঁলোকে ৰাখিলেহেঁতেন! তথাপি, এইবোৰ কথা এতিয়া এওঁলোকক বুজাবলৈ যোৱাটো বৃথা।

"মইনো ক'ত পাৰিম হবলা খুৰীদেউ! তথাপি চামচোন বাৰু যত্ন কৰি!"—তাৰ শিক্ষাৰ প্ৰতি এওঁলোকৰ শ্ৰদ্ধা আৰু বিশ্বাস ভাঙি দিবলৈ ইচ্ছা নহ'ল তাৰ।

"এইখিনি উপকাৰ কৰা বাপ্। নহলে মোৰ চলাই টান হৈছে।"—আকুল আগ্ৰহেৰে খুৰীয়েকে কয়।

প্ৰতাপ এনে অৱস্থাত কাহানিও পৰা নাছিল। মনটোৱে তাৰ উচ্পিচাই আছিল তাৰপৰা যাবলৈ।

"আজিলৈ তেনেহলে আহিলোঁ খুৰীদেউ! আপোনাৰো বেলি হ'ল। আথলত সোমোৱাই নাই হবলা।"—প্ৰতাপে তাৰ পৰাৰ্থপৰ মনটোৰ চিনাকি দিব খোজে।

"এৰা বাপ্, দুজন মানুহহে। মই অলপ বেলিকৈয়ে আথলত সোমাওঁ।"

প্ৰতাপ উঠে। যোৱাৰ আগতে কৃষ্ণক উপদেশ দিয়ে—"গাটো অলপ ভাল কৰিবলৈ যত্ন কৰা কৃষ্ণ। স্বাস্থ্য নহলে কি কাম কৰিবা। অলপ স্ফূৰ্তিত থাকিবলৈ চেষ্টা কৰিবা,—বৰকৈ ভাবি থাকিলেনো কি হব? যি হব লগা আছে আপুনি হব। বাৰু আহিলোঁ দেই।"—প্ৰতাপ হঠাতে বৰ ভাগ্যবাদী হৈ উঠিল।

কৃষ্ণই তাক পদূলিত আগবঢ়াই থলেহি।

* * * *

সি কৃষ্ণহঁতৰ কথাকে ভাবি গৈছিল। চহাৰ দেশ,—মাটি আৰু স্বাস্থ্য থাকিলে একোৰে অভাৱ নেথাকে। কৃষ্ণৰ মাটি আছিল যি কেইডৰা—দেউতাকৰ চিকিৎসা আৰু তাৰ নিজৰ চিকিৎসাত সিও গ'ল। সি আগৰেপৰা লেহুকা—এতিয়া তেনেই শক্তিহীন। কি লৈ জীয়াই থাকিব এই মানুহবোৰ? "কৰ্ম্মখালি" বিচাৰি ফুৰা নগৰৰ আলিবাট আৰু বিষয়াৰ পদূলিৰ ক্ষীণদেহৰ ৰুক্ষ মুখবোৰে গাৱঁৰ শান্তিপূৰ্ণ জীৱনৰ মাজতো দেখা দিলে যেতিয়া, দেশৰ নিবনুৱা সমস্যাৰ সমাধানৰ উপায় কি? ইমান দুৰ্দ্দশা হ'ল বাৰু কিয়? প্ৰতাপে ভাবি আহিছিল।

বাটতে হৰিখুৰাই লগ পালে।

"ক'লৈ গৈছিলি ববাপ?"

"অ' খুৰাদেউ! মই কৃষ্ণৰ তাৰপৰা আহিলোঁ—খুৰীদেৱে মাতি আহিছিল।"

"দেখিলিনে সিহঁতৰ অৱস্থা! কি মানুহঘৰ কি হৈ গ'ল!" সহানুভূতিত দীঘল নিশ্বাস এটা পেলায় হৰি খুৰাই।



"তাকেই ভাবিছোঁ। খুৰীদেৱে কৈছে তাক পণ্ডিতী এটা যোগাৰ কৰি দিয়াৰ কথা। দূৰলৈ যাব নোৱাৰে সি; স্বাস্থ্য বেয়া। গাৱঁতে এটা পঢ়াশালি পতাই দিব লাগে হেনো—চেয়াৰমেনক ধৰি। মই,·····গাৱঁত অৱশ্যে প্ৰাইমাৰী স্কুল এটা লাগে। কিন্তু মই কলে হবনে? এটা কথা নকৰে কিয় খুৰা, এখন দৰ্খাস্ত নকৰে কিয় গাৱঁত পঢ়াশালি এখন লাগে বুলি?"

গাৱঁৰ লগত কোনো সম্বন্ধ নোহোৱা মানুহৰদৰে হৰি খুৰাক কয় প্ৰতাপে। হৰি খুৰাই অলপ হাঁহে।

"কিয়? তয়েচোন দৰ্খাস্ত কাৰব পাৰ, গাৱঁৰ কাৰণে।"

প্ৰতাপ বৰ অপ্ৰস্তুত হৈ যায়। তাৰ মুৰৰ ঠিক নোহোৱা হৈছে নেকি? অলপ আগতে সি নিজেই দৰ্খাস্ত এখন কৰাৰ কথা ভাবিছিল। কিন্তু হৰি খুৰাক কৰিবলৈ কলে কিয় সি? ছিঃ! ইমান ভুল হয় তাৰ! তথাপি এবাৰ ওলাল যেতিয়া মুখৰপৰা কথাষাৰ, লাজ ঢাকিবতো লাগিল।

"মই মানে ইয়াত নেথাকোয়েই নহয়। সেই কাৰণে·····। বাৰু, ময়েই কৰিম আজি আবেলি এখন।"

হৰিখুৰাই তাৰ নিৰুপায় অৱস্থাটোৰ কথা বুজি পায়। সেই কাৰণেই কথাৰ গতি সলাবলৈ তেওঁ কয়,—"কিন্তু ইহঁতক তই সহায় কৰিবলৈ ইচ্ছা কৰিলেও নোৱাৰিবি। ময়েই নহয় নবৌক কৈছিলোঁ,—মোৰ ঘৰতো অসুবিধা, খুৰীয়েৰৰ গাত ইটো সিটো লাগিয়েই আছে,—বোলো অকলশৰীয়া মানুহ—দুবেলাৰ দুসাজ সিজাই দিয়ক, মাক-পুতেক হালেই খাবও মোৰ তাত। মোৰো

সুবিধা হব—তেওঁৰো সহায়। কিন্তু তাতো অশান্তি। কৃষ্ণৰ আত্ম-সন্মানত বোলে আঘাত লাগে। মাকক হেনো সি দাসীবৃত্তি কৰিবলৈ দিব নোখোজে। ঘৰতে কৰি খাব,—তাতনো আৰু কিহৰ অপমান? নিজে সি পেটৰ কেইটা উলিয়াই লব নোৱাৰে, আৰু বৰ কথা। বুজিছ, সেই কাৰণেই দেশখনৰ একো ভাল নাই। শক্তি নাই—কিন্তু ভেম আছে। পঢ়াশালি পাতি দিলেও সি যে কৰি খাব পাৰিব,—মই কব নোৱাৰোঁ। বেমাৰত পৰা তাৰ এবছৰহে হৈছে। তাৰ আগতেওতো সি বৰ কামিলা নাছিল! বাঁহৰ বন কৰে,—তাৰেই চোন মাক পুতেক হালে বাৰুকৈয়ে পোহ যাব পাৰে;—পিছে যাব কেনেকৈ? সেইবোৰ বাঁহৰ বস্তু মজবুত আৰু ধুনীয়া হুয়োটা হব লাগে। পমুৱা বঙালীহঁতৰ মিহি বস্তু এৰি মানুহেনো তাৰ আউঁজা খহতা বস্তুবোৰ লবনে?”

হৰি খুৰাৰ মুখত নিৰাশাৰ অভিব্যক্তি,—বিৰক্তিৰ সঁচ অস্পষ্টকৈ।

প্ৰতাপে ভাবি চালে, হৰি খুৰাৰ কথাবোৰ তেনেই সঁচা। প্ৰতিবাদ কৰিবলৈ একো নাই। অকল কৃষ্ণই নহয়,—গোটেই দেশখনতে এনে মানুহ। অসমীয়া, অসমীয়া বুলি চিঞৰিলে হব কি, লগতে পাৰদৰ্শিতাওতো লাগে। নাই, নাই বুলি হাহাকাৰ কৰে মানুহবোৰে;—কিন্তু হব কৰপৰা, যত্ন যদি নকৰে! কিন্তু......। কৃষ্ণৰ ভাগি যোৱা স্বাস্থ্যটোৰ কথাও ভাবে সি। এই শৰীৰটো লৈ ইচ্ছা থাকিলেও বা সি খাটিব



কেনেকৈ? আমাৰ মানুহবোৰে এনেয়েই কষ্ট কৰিব নোখোজে।

মুখ ফুটাই সি কয়,—“চকুৰ আগতনো সেই বুলি এনে অৱস্থা চাই থাকে কেনেকৈ খুৰা! পাৰিলে কিবা অলপ......। দোষ তো আছেই আমাৰ মানুহৰ,—আমিয়েই যত্ন কৰি আতঁৰাব লাগিব সেইবোৰ।”

“ওঁ!” চিন্তিত ভাবে মূৰটো তুপিয়ায় হৰিখুৰাই।

দুয়ো অলপ সময় নিৰবেই আগবাঢ়ে,—নিজৰ নিজৰ ভাবত মগ্ন দুয়ো।

নিস্তব্ধতা ভাঙিলে হৰিখুৰাই।

“এটা কথা তোক আগতে কৈ থওঁ বৰবাপ। মনত ৰাখিবি। চা, ককাইদেউ ঢুকালে তহঁতক ঘৰ-বাৰী, মাটি-ভঁৰাল সকলো দি। সৰুবাপে অৱশ্যে দেখাত ভালেই চলাইছে—উন্নতিও কৰিছে ঘৰখনৰ। কিন্তু তাৰ এটা বৰ ডাঙৰ দোষ,—কাৰোবাক কিবা লগা যেন পালে, গোটেইখিনি উবুৰিয়াই দিব খোজে সি। নিজৰ কথা নেভাবে। মঘাইহে তাক ধৰি বান্ধি ঘৰমূৰা কৰি চলাইছে। তয়ো যদি লোকৰ কথালৈয়ে মূৰ ঘমাই ফুৰ, তেন্তে আৰু তহঁতৰ একো নহব! এতিয়া বিয়া-বাৰু কৰোৱা নাই। দুই ভায়ে যেতিয়া বিয়া কৰাবি,—ল’ৰা-ছোৱালী হব, তেতিয়া সমস্যা আন হব। এতিয়া যি আছে—তাৰে একোৰেই নহব তহঁতৰ। দেখা নাই স্বদেশী কৰি ঘূৰি-ফুৰা মানুহবোৰৰ অৱস্থা! দেশৰ দহৰ কাৰণে সকলো এৰি পিচত নিজৰ মুঠিৰ কাৰণেই ধাকুৰি মৰিব লগাত পৰিছে। তেতিয়া সহায় কৰোঁতা

কোনো নোলায়। হৰকান্তৰ কথাকে ভাবি চাচোন এবাৰ। সেই কাৰণে কৈছোঁ, অলপ বুজি-বাজি চলিবি। আনৰ কথা ভাবিবলৈ হাক দিয়া নাই, কিন্তু নিজৰ ভৱিষ্যতৰ কথাহে আগতে ভাবি চাবি।”—আন্তৰিক সৌহার্দ্দ্য ভৰা কথাখিনি লেখি লেখি কোৱাদি গহীনকৈ কয় হৰিখুবাই।

প্ৰতাপৰ মনত বহুত কথাই জুমুৰি মাৰি ধৰে। নিজৰ কথা!—দেশৰ এই কোটি কোটি মানুহেতো সদায় নিজৰ কথাকে ভাবিছে, তথাপি মানুহবোৰৰ শ্ৰী ক'তা?

যাওঁতে যাওঁতে সি গাৱঁৰ সিটো মূৰেই পালেগৈ। বাটত হৰিখুৰা আনপিনে গ'ল—কৰবাত কিবা কাম আছে।

ছুটা ল'ৰা এটা পজাঁঘৰৰ সমুখত থিয় দি আছিল। এটাৰ চাৰি বছৰ আৰু আনটোৰ চাবে ছয় বছৰমান। লৰা ছুটা সিহঁতৰ গাৱঁৰে বৈকুণ্ঠ সুৰীৰ লৰা। বৈকুণ্ঠ সুৰী আজি ছুবছৰমান আগতে ঢুকাল। কেচুৱা ল'ৰাক আপদাল কৰিবলৈ বৈকুণ্ঠই দ্বিতীয়বাৰ বিয়া কৰালে। বিয়াৰ ছুবছৰ পিচতেই বৈকুণ্ঠও ঢুকাল। তাৰ অৱস্থা ভাল নোহোৱাত পৰিয়ালটো বৰ বিপাঙত পৰিল। বিধৱাজনীক লৈ যাবলৈ তাইৰ ককায়েকহঁতে চেষ্টা কৰিছিল—কিন্তু পোনাছুটাক এৰি তাই নগ'ল। মাহীমাকে যে ল'ৰা-ছোৱালীক মাকতকৈও বেচি চেনেহ কৰিব পাৰে, তাক প্ৰতাপহঁতে বুজিলে বৈকুণ্ঠ সুৰীৰ বাঁৰী ঘৈণীয়েকক দেখিহে।

“কি অ, কি কৰিছ?”—প্ৰতাপে ডাঙৰটোলৈ চাই সুধিলে।



“আই গৈছে তালুকদাৰহঁতৰ ঘৰত কাপোৰ ধুই দিবলৈ। আমি তাকে ৰখি আছোঁ।”—সেমেনা সেমেনিকৈ ডাঙৰ ল'ৰাটোৱে কয়। উচ্চ বৰ্ণৰ ওচৰত সঙ্কোচ কৰাৰ সংস্কাৰ সিহঁতৰ জন্মগত।

পুৱাৰ ৰ'দ পৰি সিহঁতৰ ক'লা মলিয়ন শৰীৰ ছুটা জিলিকি উঠিছে।

প্ৰতাপে ক'লে,—“অ বাৰু থাক, ভয় নকৰিবি।” নিৰ্ভয়টো সি অনাইকতে দিলে সিহঁতক। সি জানে ইহঁতৰ তাক আৱশ্যক নাই কিছুমান মানুহ কেতবোৰ অনুভূতিৰ সদায়েই অস্পৃশ্য।

সেইখিনিৰ পৰাই প্ৰতাপ ওভতে,—যেন বৈকুণ্ঠ সুৰীৰ লৰা ছুটাৰ বাতৰি লবলৈকেই সি গৈছিল। ‘সমতা’ ‘সমতা’! নিজে নিজে হাঁহি উঠে প্ৰতাপে। জীৱনটো যেন মাথো কেইটামান আখৰ বা মুখৰ শব্দহে!

ওচৰেদি মাছুৱৈ ছুজন যায়—নৈত মাছ বিচাৰি।

বুঢ়া কটকীয়ে হাতৰ বাঁহৰ লাঠীডালত ভৰ দি এখুজি ছুখুজিকৈ আহি আছিল। কটকীৰ বয়স নব্বৈ পাৰ হৈছে। কঁকাল হালিছে যদিও চকুৰ দৃষ্টি এতিয়াও আছে। দাঁতবোৰ সৰি সৰি গোৰৰ পিনে ছুটা নে চাৰিটাহে আছে। তথাপি বুঢ়াই নিজৰ ওপৰতে নিৰ্ভৰ কৰি চলিছে। ল'ৰা ছুটা আদবয়সীয়া হ'ল, নাতি-নাতিনী এপাল। পুতেকহঁতে হাক দিলেও বুঢ়া ৰব নোৱাৰে,—কয়, “নৌ মাৰোতেইনো মোক মৰাৰ নিচিনাকৈ বহি থাকিব'লৈ কৰনে? হাত ভৰিবোৰ খিল মাৰি ধৰিছে। অলপ ঘূৰিকে আহোঁচোন গাওঁখন।”

গাৱঁৰ মানুহবোৰ কটকী নহলে নচলে। ইটো সিটো হলে মঙ্গল চাই দৰব এপালি দিবলৈকে কটকীক লাগে। সকলোৱে কয়—কটকীৰ মঙ্গল হাতে হাতে মিলে—দৰবৰ ফলো অব্যৰ্থ।

প্ৰতাপক দূৰতে চিনি পাই কটকীয়ে মাত লগালে,—"অশান নেকি অ' সেইটো?"—প্ৰতাপক কটকীয়ে অশান বুলি মাতে। অশান হ'ল অশনিৰ ঠাইত। প্ৰতাপৰ জন্মৰ ক্ষণত হেনো সিহঁতৰ গাৱঁৰ কালিকা লগা বৰ গছজোপাত এটা বজ্ৰ পৰিছিল। সেইদিনা ধুমুহাৰ ৰাতি আছিল,—ঘনাই বিজুলি মাৰিছিল, মেঘেও গুজৰিছিল বৰকৈ। বজ্ৰ পৰাৰ আগতে গধূলি সেই গছজোপাৰ তললৈ গ'লেই মানুহ মৰিছিল। সেই কাৰণেই গছজোপাক মানুহে কালিকা লগা বুলিছিল। সেই জোপাই বছৰি দুজনকৈ নিছিলেই। কিন্তু বজ্ৰ পৰাৰ পিচত তাৰ তলত মৰা অজগৰ এটা দেখা গৈছিল। গছজোপাৰ কালিকাও গুচিছিল তেতিয়াৰ পৰাই। কটকীয়ে সেই কাৰণে প্ৰতাপৰো নাম দিছিল অশান। মানুহৰ আগত হেনো কৈছিল,—"গাৱঁৰ শত্ৰুকো ই ধ্বংস কৰিব—গাৱঁ ৰক্ষা পৰিব এই ল'ৰাৰ হাতত।"

শ্ৰদ্ধাৰে প্ৰতাপে ক'লে,—"হয় দেউ! আপুনি ক'লৈ যায়?"

"এই আহোঁচোন এই পিনৰ পৰা। দণ্ডহঁতৰ পোৱালীটোৰ বোলে কিবা পেটৰ কামোৰণি নে কিবা হৈছে, তাৰে বাতৰি লৈ আহোঁ। তই পিচে ক'ৰপৰা আহিলি, মঙ্গল নে?"

"আপোনালোকৰ আশীৰ্বাদত ভালেই দেউ! ময়ো ইয়ালৈ অহা দুদিন মানহে হ'ল। গাওঁ ফুৰিবলৈ আহিছিলো এইপিনে।"



"অ'—বাৰু যা।"

দণ্ডহঁতৰ পদূলি পাই কটকী তাতে সোমাল।

ঘৰৰ ওচৰ পাই প্ৰতাপে শুনিলে ওচৰৰ ঘৰত ভীষণ কাজিয়া। এজনক আনজনে অবাইচ গালি পাৰি হাতৰ লাঠিডাল দাঙি লৈ মাৰিবলৈ খেদি গৈছে। আনজনে হাত-ভৰি জোকাৰি জোকাৰি চিঞৰিবলৈ ধৰিছে,—"লোকৰ ল'ৰাই আহি বাপেকক সহায় কৰিছে, আৰু ই কটা জহনীত যোৱাই কি কৰিছে মুখ মেলি!"

কথাখিনি প্ৰয়োগ কৰা হৈছে অলপ দূৰৈত থিয় হৈ থকা তাৰ বাৰ বছৰীয়া পুতেকক লক্ষ্য কৰি। কথাটো বুজিবলৈ বুলি মন কৰাত প্ৰতাপে বুজিলে প্ৰতিদ্বন্দ্বীৰ পুতেকৰ নিচিনাকৈ আহি কাজিয়াত যোগ নিদিয়াৰ কাৰণেই বাপেকৰ এই খং।

অপ্ৰসন্ন মন এটা লৈ সি ঘৰ সোমায়। মথা আৰু প্ৰভাত পথাৰত। ঘৰত কোনো নাই কাৰণে ভাত পানী ৰান্ধি আঁটাই মাক আজৰি হৈ তাঁতশালত বহিছিল। প্ৰতাপক দেখি উঠি আহিল।

"এই চিঞৰ-বাখৰখন কেলেই লাগিছে আই?" প্ৰতাপৰ মাতত উষ্মা।

"কি কবি ইহঁতৰ কথা। নিতৌ লাগিয়েই আছে। এঘৰৰ কোনোবাই হেনো আনঘৰৰ বাৰীৰপৰা তলসৰা তামোল দুটা নিছিল,—তাতেই এইখন কুৰুক্ষেত্ৰ।"

বুজা গ'ল মাকো বিৰক্ত হৈছে। কিন্তু উপায় নাই। নিজৰে মানুহ! ইহঁতৰ ওপৰত খং কৰি ঠাই এৰিব পাৰি,—কিন্তু দোষবোৰ গুচাব নোৱাৰি।

"তাঁহাতলৈ তই বৈ থাকিব নেলাগে। নৈত গাটো তিয়াই আহি ভাত মুঠি খাহি—বেলি কৰি নেথাকিবি। অভ্যাস নোহোৱা কথা, পিত্ত পৰি যাব!"

মৰমী মাকে প্ৰতাপক চুৰীয়া আৰু গামোচাখন আগ বঢ়াই দিয়ে। প্ৰতাপৰো ভোক লাগিছিল। নৈৰপিনে গা ধুবলৈ ওলাই গ'ল।

---

## পাঁচ

বীণাহঁতৰ কলেজত কিবা ভেৰাইটি পাৰফৰ্‌মেন্স আছিল—মিউজিক চৰ্চিয়েল উপলক্ষে। আবেলি চাৰে পাঁচ বজাৰ পৰা আৰম্ভ। নিজৰ গাড়ীখনৰ কিবা হৈছে। আজি দুদিন পৰি আছে। উপায় নেপাই বীণাই মাকক কৈ খোজ কাঢ়িয়েই যাবলৈ ওলাল।

"অকলে যাবনে? অমৃতক লৈ যা।"

গাভৰু জীয়েকক অকলে বাহিৰত ফুৰিবলৈ দিবলৈ মাকৰ শঙ্কা হয়। বীনাই কিন্তু আপত্তি কৰে।

"পাচে পাচে এটানো কিয় লাগিছে? পোহৰো আছে। এই খিনিও অকলে যাব নোৱাৰিমনে?"

অকলশৰেই তাই গুচি যায়।

আলিৰ মেৰটো ঘূৰোঁতেই কৰবাৰ পৰা গাড়ী এখন আহি তাইৰ ওচৰত ঘেচ্ কৰি থামি গ'ল।



"হেল্লো বীণা দেৱী! অকলে অকলে কলৈ যায়?"

চক্ খাই বীণাই মূৰ তুলি চাই দেখে, অজয় দত্ত! তাই একো কবলৈ নৌ পাওঁতেই সি আকৌ কলে,—"যদি বিশেষ বেয়া নেপায়, ময়েই আপোনাক থৈ আহিব পাৰোঁ।"

বীণা অলপ দোধোৰ-মোধোৰত পৰিল। অকলে অকলে খোজকাঢ়ি ফুৰা তাইৰ অভ্যাস নাই। বৰ বেয়া লাগিছিল তাইৰ সেইকাৰণে। অজয়ৰ অনুৰোধ শুনি তাই ভাল পালে যদিও মন থিৰ কৰাটো টান হল। কাৰো গাড়ীত অকলে ফুৰা নাই তাই,—বাটৰ পৰা এনেকৈ অনাত্মীয় ডেকা লৰা এজনৰ গাড়ীত তাই যোৱাটো কিমান শোভন হব—তাকো ভাবিলে।

অজয়ে বোধকৰোঁ ভাব দেখি অলপ সাহ পালে। হাত মেলি দুৱাৰখন খুলি দি মাত দিলে,—"প্লিজ্ গেট ইন্ মিচ্ বীণা দেৱী!" চকুৰে মুখে তাৰ ব্যগ্ৰ মিনতি।

নিজে কব নোৱাৰাকৈ বীণা অজয়ৰ ওচৰৰ ছীট্‌টোতে আহি বহি ললে।

গুৱাহাটীৰ আলিবাট। ওখোৰা-মোখৰা শিলৰ ওপৰেদি যাওঁতে গাড়ী মাজে মাজে জপিয়াই উঠে। জোকাৰ খাই ইজনৰ গাত সিজনৰ গাৰ খুন্দা লাগে। বীণাৰ শৰীৰটো শিয়ঁৰি উঠে সেই স্পৰ্শত।

অজয়ে বীণাৰ ওচৰলৈ মুখখন ঘূৰাই হালি সোধে,—"আপুনি কলেজলৈ যাব নে আন ঠাইলৈ?"

মন্ত্ৰচালিতাৰ দৰে উত্তৰ দিয়ে বীণাই—"কলেজলৈ!"

"কিবা উৎসৱ আছে নেকি তাত?"

অজয়ৰ নিশ্বাস আহি বীণাৰ গালত পৰে। বীণাই তথাপি মুখ ঘূৰাব নোৱাৰে। কি সম্মোহিনী শক্তি আছে অজয়ৰ! তাৰ ওচৰত যেন তাইৰ স্নায়ুবোৰ লাহে লাহে অৱশ হৈ আহে।

"মিউজিক চ'ছিয়েল!"—

"গান— আপোনাৰো আছে নিশ্চয়!" বহা অৱস্থাৰেই জাপ এটা মাৰি দিয়ে অজয়ে,—"সঁচাকৈয়ে, কি সুন্দৰ গায় আপুনি! অতি মধুৰ—প্ৰাণৰ পৰশ আছে আপোনাৰ গানত; শুনিলে শুনি থাকিবৰ ইচ্ছা হয়।"—প্ৰশংসাত উচ্ছ্বসিত হৈ উঠে সি। মীনাহঁতৰ তাত সেইদিনা সি তাইৰ গান শুনিছিল।

বীণাৰ মনতো তৃপ্তিৰ হাত বুলনি পৰে। প্ৰশংসাত দেৱতাও ভোল যায়। তাইৰ মুখত মৃদু মৃদু হাঁহি এটা ফুটি উঠে। চকু দুটাও কিছু উজ্জ্বল হৈ পৰে।

হঠাতে অজয়ে কৈ উঠে,—"আপোনাক আজি ইমান ধুনীয়া লাগিছে বীণা দেৱী!" আৱেগৰ বুৰ্‌বুৰণি তাৰ কথাত।

বীণা অপ্ৰস্তুত হৈ যায়। তাইৰ মুখখন ৰঙা পৰি উঠে। ৰূপৰ প্ৰশংসা তাই বেয়া নেপায়। কিন্তু এনে ধৰণে প্ৰশংসা শুনা তাইৰ এয়েই প্ৰথম।

অজয়ে তাইৰ অৱস্থাটো বুজি অলপ অপ্ৰস্তুতৰ দৰে কয়, —"ক্ষমা কৰিব বীণা দেৱী। মোৰ কথাত আপুনি হয়তো বেজাৰ পালে। কিন্তু কি কৰিম, মোৰ স্বভাৱেই এনেকুৱা। এই মনৰ



কথা ঢাকি ৰাখিব নজনাৰ কাৰণে মহিলাসকলে মোক পছন্দই নকৰে।"—অলপ অনুতাপ, অলপ আত্ম তৃপ্তিৰ সুৰ তাৰ কথাত।

"নাই, কিনো·········!" ভদ্ৰতাৰ খাতিৰতে বীণাই কয় যদিও এই নতুন অভিজ্ঞতাটো তাইৰ বৰ বেয়াও লগা নাছিল। বীণাই অনুভৱ কৰে অজয়ক যেন ক্ৰমে তাইৰ ভাল লাগি আহিছে।

"অৱশ্যে বেয়া পাবলৈ একো নাইও। ধুনীয়াক সকলোৱে ধুনীয়া বোলে।"

নিজক সমৰ্থন কৰিবলৈকেই হ'ক, বা বীণাক সান্ত্বনা দিবলৈকেই হ'ক, অজয়ে কথাষাৰ কয়। বীণাই একো নেমাতে।

সিহঁত আহি কলেজৰ দুৱাৰ মুখ পায়। গাড়ীখন ৰখাই হাত মেলি দুৱাৰখন মেলি দিয়ে অজয়ে। তাৰ হাতখনে বীণাৰ গাটো চুই যায়। সি তাইৰ বুকুৰ উঠা-নমা গতিটো অনুভৱ কৰে। দুৱাৰ খন মেলি দিয়াত অনাহকতে পলম কৰে সি।

বীণাৰ মুখখন কাণলৈকে ৰঙা পৰি তপত হৈ উঠে। পিচ মুহূৰ্ত্ততে মুখখন শেঁতা হৈ যায়—চেঁচা লাগি যায় তাইৰ।

তাই নামি যায়। যোৱাৰ আগতে অজয়ে তাইক সোধে,— "যাওঁতে নিশা হব নহয়! অকলে জানো যাব পাৰিব আপুনি? বেয়া নেপায় যদি ময়ে আহিম গাড়ী লৈ—ঘৰতে থৈ আহিম গৈ। অনুমতি দিবনে?" মাত যেন তাৰ কাকুতিত ভাগি পৰে।

বীণাই তাৰ চকুলৈ এবাৰ চায়েই তলমূৰ কৰে। হোঁ-নো একো মাতিব নোৱাৰে তাই। অজয়ে তাইৰ চকুলৈ এবাৰ মৰ্ম্মস্পৰ্শী দৃষ্টিৰে চাই গাড়ী চলাই গুচি যায়।

ছোৱালীহঁতে বীণা অজয়ৰ গাড়ীত অহাটো লক্ষ্য কৰিছিল। সিহঁতে মুখ টিপিয়াটিপি কৰি হাঁহিলে।

"ফান্দত হৰিণী পৰিল ইবাৰ!"—এজনী ছোৱালীয়ে কলে ওচৰৰ এজনীক—বীণাই শুনাকৈ।

"ৰূপৰ মাধুৰী সখি মিছাতে মৰহি যাব
তুমি যদি নাহা কাষলই,
মিছা অভিমান কৰি নেথাকিবা দূৰে দূৰে
দুয়ো এক—তুমি আৰু মই।

"সৃষ্টিৰ চিৰন্তন সত্যটো পাহৰি গ'লিনে?"—আনজনে দাৰ্শনিক ভাৱে কবিত্ব কৰে। দুয়ো হাঁহে।

বীণাই পোনে পোনেই তাইৰ দলটোৰ কাষ পায়গৈ। নন্দা আৰু মঞ্জুলাৰ বাহিৰে আটাইবোৰ আছে। মঞ্জুলাৰ নাচ আছে—"কামৰূপ নৃত্য।" তপোমগ্ন সুন্দৰ শিৱৰ কোপ দৃষ্টিত পৰি ভস্ম হোৱাৰ পিচত ৰতিদেবীৰ কৰুণ মিনতিত কামদেৱে পুনৰ ৰূপ পালে কেনেকৈ,—তাৰে দৃশ্যপট। মঞ্জুলাৰ লগত আৰু কোনোবা আছে। তাই এতিয়া সাজ-সজ্জাতে ব্যস্ত।

আজি হেনো অজয়দত্তৰ টু-চীটাৰত আহিলি বীণি"—? কৌতুকৰ হাঁহি এটাৰে মীনাই সোধে।

"আমাৰ গাড়ীখন বেয়া হৈ আছে। খোজকাঢ়ি আহিছিলো,—বাটতে পালে মানুহজনে,—আহিলোঁ।"—বীণাই চুটিকৈ ব্যাখ্যা কৰে ঘটনাটো।



এনেতে য়ুনিয়ন চেক্রেটেৰী আহিল।—"সভাপতি আহিছে, এতিয়াই আৰম্ভ হব। যাৰ যাৰ পাৰ্ট নাই প্ৰোগ্ৰামত, বাহিৰত বহি থাকাগৈ।"—লৰালৰিকৈ আদেশ এটা দি তেওঁ গুচি যায়।

ছোৱালীবোৰৰ কিছুমানে ডিঙি ঘূৰাই বক্তা গৰাকীৰ পিনে চাই আকৌ কথা পতাত লাগিল। দুই-চাৰিজনে,—"আহচোন আহ, বহি থাকোগৈ। প্ৰিন্সিপেলে গালি পাৰিব"—বুলি দৰ্শকৰ আসনত বহিবলৈ গ'ল।

চোঁ-ঘৰত হুলস্থূল লাগি পৰিছে। প্ৰথম নাচটোৱে মঞ্জুলাইঁতৰ। তাইৰ এইপিনে সজাই হোৱা নাই। ফুলৰ মুকুট এটা কৰি আনিছিল। ভালকৈয়ে থৈছিল তাই—চেলফ্‌ৰ ওপৰত। তাৰপৰা জানো কোনে লৈ গ'ল। মঞ্জুলাৰ যিহে খং উঠিছে—নাচৰ সাজ খুলি দলিয়াই পেলাব যেনেই লাগিল। বুৰঞ্জীৰ অধ্যাপিকা শেৱালি বাইদেৱেহে কোনোমতে বুজাই-বৰাই ৰাখিলে। বহুত বিচাৰ-খোচাৰ কৰাৰ পিচত ওলাল—মুকুটটো কমনৰুমৰ আলমাৰীটোৰ ওপৰত আছিল। ইয়াৰ ভিতৰতে অধ্যক্ষাই দুবাৰো আহি সোনকাল কৰিবলৈ কৈ গৈছে। পাঁচ বজাত আৰম্ভ হোৱাৰ কথা। পাঁচ বাজি পয়চল্লিচ মিনিট গ'ল। শেষত কোনোমতে আৰম্ভ হ'ল। বৰ সুন্দৰ নাচিলে মঞ্জুলাই। আঁৰ-কাপোৰ পৰাৰ লগে লগে বাহিৰত হাত চাপৰিৰ জাউৰি উঠিল। হৰতন কাঁইটৰ বেৰৰ সিফালে আলিত বহি নাচ চাই

থকা ল'ৰাবোৰৰ মাজৰ পৰা কিৰিলিৰ বোল উঠিল। নানান ৰকমৰ মাত ওলাবলৈ ধৰিলে তাহাতৰ মাজৰ পৰা। কোনোটোৱে নাকেৰে,—কোনোটোৱে ডিঙিৰে,—টেঁ টেঁ, পেঁ পেঁ—অদ্ভুত! ছোৱালীহঁতে কিবা পাতিলে হৰতনৰ তলেদি জুমি জুমি চোৱা ল'ৰাহঁতৰ এটা বিশেষ কাম। কাণ-চকু মুদি বাহিৰৰ শব্দবোৰ শুনিও নুশুনাৰ ভাও জুৰি থাকিবলৈ বাধ্য হয় অধ্যক্ষাই। বাহিৰৰ ল'ৰাজুমৰ চিঞৰত থাকিব নোৱাৰি খঙতে বহা ঠাইৰ পৰা উঠি যায় এগৰাকী ভদ্ৰলোক—"বান্দৰ, অসভ্য। কি শিক্ষা পাইছে ইহঁতে,—ধৰি ধৰি বেত দিব লাগে।"—খঙতে চিঞৰি উঠে তেখেতে।

ইয়াৰ পিচত বীণাৰ গান। তাইৰ গান বৰ বেয়া হ'ল আজি,—শব্দ কেইটামান মুখস্ত কৰাৰ দৰে গালে। তালো ভাঙিলে দুবাৰ। সকলো আচৰিত হ'ল,—অধ্যক্ষাও।

কোনোমতে আহি ভিতৰ পালে তাই। মঞ্জুলাহঁতে তাইক আগুৰি ধৰিলে,—"কি হৈছে তোৰ বীণি? গা-অসুখ নেকি?" য়ুনিয়ন চেক্ৰেটাৰীও আহিল।

"গা বেয়া যদি কোৱা হলে মই বিষয়টো বাদ দিয়াব পাৰিলোঁহেঁতেন নহয়!"—মিউজিক চেক্ৰেটাৰী নন্দা। তাই আহি সহানুভূতিৰ সুৰত ক'লে,—"কোনো কথা নাই বীণি,—তই মন বেয়া নকৰিবি।"

বীণাই একো নকলে,—মাতিব নোৱাৰিলে। তলমূৰকৈ মাত্ৰ শুনি থাকিল। তাইৰ মনত পৰিল,—"কি সুন্দৰ গায়



আপুনি! প্ৰাণৰ পৰশ আছে আপোনাৰ গানত। শুনিলে শুনি থাকিবৰ ইচ্ছা যায়",—অজয়ৰ কথা কেষাৰ।

মীনাই কৌতুক কৰে,—"মই জানো বীণিৰ কি হৈছে!"

বীণাৰ ভাল নেলাগে। ইয়াৰ ভিতৰতে আৰু তিনিটা আইটেম শেষ হৈ যায়। নিৰ্জ্জীৱৰদৰে বহি থাকি তাই হঠাতে উঠে। মীনাক কয়,—"মই ঘৰলৈ যাওঁ দেই। বৰ ভাল লগা নাই।"

আটাইবোৰ আচৰিত হয়,—"অকলে যাবি?"

তাই অলপ থমক খায়। পিচ মুহূৰ্ত্ততে কয়,—"পাৰিম যাব,—জোনাক আছে বাহিৰত।"

আকাশলৈ চাই পঠিয়াই তাই ওলাই যায়। শেষলৈ বৈ থাকিলে হয়তো আকৌ তাই অজয়ৰ গাড়ীতে যাব লাগিব।

কিন্তু যিহক ভয় কৰিছিল, তাইক সিয়ে পালে। অজয় আগতে বৈ আছিল টু-চীটাৰখন লৈ। তাই দুখোজমান যাওঁতেই সি আহি আগভেটি ধৰিলে,—"গাড়ী আনিছোঁ নহয় বীণা দেৱী! আহক।"

তাই অলপ সময় স্তব্ধ হৈ থাকিল। চমক ভাগিল অজয়ৰ কথাত।

"ই কি! আপোনাৰ অসুখ কৰিছে নে কি বীণা দেৱী?" তাৰ মাতত উদ্বেগ।

"আপুনি কিয় আমনি কৰিছে মোক? চাওঁ, যাবলৈ দিয়ক"—খং, বেজাৰ, বিৰক্তি আটাইবোৰ মিহলি তাইৰ কথাত। চকু দুটা চলচলীয়া হৈ উঠে—"আপোনাৰ কাৰণেই আজি মই—"

“মোৰ কাৰণেই আপোনাৰ—?” আচৰিত হয় অজয়। কিন্তু তেতিয়াই থামি গৈ শান্ত সুৰত সি কয়,—“মোৰপৰা আপোনাৰ যদি কিবা অন্যায় হৈছে, তাক দূৰ কৰিবলৈ প্ৰাণ দি হলেও মই যত্ন কৰিম বীণা দেৱী! কিন্তু আগতে আহক, গাড়ীত বহকহি। ইয়াত এনেদৰে থকা দেখিলে মানুহে হয়তো বেয়া বুলিব।”—গাড়ীলৈ মাতে তাইক সি।

বীণাই হুঁ-নু কৰিব নোৱাৰে,—তাৰ পিচে পিচে গাড়ীত বহেগৈ। গাড়ী চলাই নিয়ে সি।

“ক’ক এইবাৰ কথাটো কি!” অজয়ে সোধে।

বীণা অলপ সময় মনে মনে থাকে; পিচত লাহে লাহে কৈ যায় তাইৰ পৰাজয়ৰ কথা,—বাইজৰ আগত তাই লাজ পোৱাৰ কথা।

“আপুনিহে,—আপোনাৰ কাৰণেই মোৰ আজি এনে হল। নহলে কেতিয়াও এনে লাজ পোৱা নাই মই।”—উত্তেজিত হৈ উঠে বীণা।

অজয়ৰ ওঠত হাঁহি এটা বাগৰি আহি আন্ধাৰতে লুকাই গ’ল।

“কিন্তু মইতো জ্ঞানতঃ আপোনাক কোনো বেয়া কথা বা মন বিচলিত হবলগা কথা কোৱা নাই। অন্ততঃ কোৱা বুলি মোৰ মনত নপৰে।”—অতি শান্ত সুবোধ লৰাৰ দৰে অজয়ে কয়।

বীণাই একো নকয়,—কি কব ভাবি নেপায় তাই। এতিয়াহে তাই বুজি পালে তৰল মনৰ অস্থিৰতাৰ কথা অজয়ৰ ওচৰত



প্ৰকাশ কৰি কি ভুল কৰিলে তাই। নিজৰ ওপৰতে খং উঠিল তাইৰ। এইবোৰ একো নজনাই স্বাভাৱিকভাবে গাড়ীত উঠি আহিলেওতো হলহেঁতেন। কি প্ৰয়োজন আছিল অযাচিতে মনৰ দুৰ্ব্বলতা প্ৰকাশ কৰাৰ? খং অভিমানত চকুৰ পানী ওলাই আহিব খোজে তাইৰ।

“বুজিছে বীণা দেৱী, নাৰী চৰিত্ৰ বুজিবলৈ সচাঁকৈয়ে বৰ টান। এয়া, আপুনিয়েই নহয়,—মই আপোনাক গাড়ীত অনা-নিয়াৰ বাহিৰে আন একো কৰা নাই। কিন্তু আপুনি মোৰ ওপৰত খং কৰি বহি আছে। গান হয়তো বেয়া হল আপোনাৰ নিজৰে শাৰীৰিক অসুস্থতাত, অথচ তাৰ বাবেও দায়ী কৰিলে মোক। মোৰ হয়তো উচিত নাছিল এনেদৰে কৈ আপোনাক দোষ দিয়াৰ; কিন্তু কি কৰিম ক’ক? মিছাকৈয়ে দোষৰ ভাগী হবলৈ কোনে বিচাৰে! বেয়া পাইছে নেকি মোৰ কথাত? এই কাৰণেই হবলা কোনো নাৰীয়েই মোক ভাল নেপায়। অথচ, এজন পুৰুষৰ কাৰণে নাৰীৰ প্ৰেম যে কিমান কাম্য! মই সঁচাকৈয়ে বৰ দুৰ্ভগীয়া।”—শেষৰ পিনে অজয়ৰ মাতটো করুণ হৈ যায়।

চকুৰ পানী চকুতে শুকায় বীণাৰ। দুখৰ ঠাইত ৰঙীন লাজ এটাই অন্তৰ অধিকাৰ কৰে।—“পুৰুষৰ কাৰণে নাৰীৰ······।” পুৰুষ অজয় তাইৰ ওচৰত,—বাহিৰত জোনৰ কোমল পোহৰ! লাজতে সঙ্কুচিত হৈ উঠে তাইৰ মনটো,—মুখেৰে একো মাতিব নোৱাৰে।

ছুয়ো নীৰৱেই যায়।

বীণাক নমাই দিয়াৰ সময়ত অজয়ে মিনতিৰ সুৰত কয়,—"বৰ দুখ দিলোঁ আপোনাক বীণা দেৱী,—বহুত আমনি কৰিলোঁ বৰ স্বাৰ্থপৰৰ দৰে। এইখিনি আনন্দৰ মোহ এৰিব নোৱাৰিলোঁ মই। দুৰ্ভগীয়া এটাক অলপ সময়ৰ কাৰণে হলেও অকণমান সুখ দিব পাৰিলে বুলি ভাবি এই অপৰাধ আপুনি পাহৰি পেলাব,—ক্ষমা কৰিব মোক।"

সি আৰু নৰয়,—বীণাক একো কোৱাৰ অৱসৰ নিদি গাড়ী চলাই গুচি যায় সি।

কথা কোৱাৰ আৰ্ট জানে অজয়ে। বীণাক এটা কথা কোৱাৰ সুযোগ নিদি নিজৰ কবলগীয়া আটাইখিনিকে কৈ গ'ল সি।

অলপ সময় থিয় হৈ থাকে বীণাই,—যেন নতুন ভাব এটাৰ সন্ধান দি গ'ল অজয়ে। বেয়া পাব নোৱাৰিলে তাক তাই।

সোনকালে অহা দেখি মাক-বীণাইঁত আচৰিত হ'ল। তাই —"গা বেয়া লাগিছে,—ভাতো নেখাওঁ আজি"—বুলি কাপোৰ-কানি সলাই বিচনাত পৰিলগৈ। বিচনাত পৰি পৰি তাই অজয়ৰ কথাকে ভাবিলে। তেনেকৈয়ে টোপনি আহিল তাইৰ!

---

## ছয়

দুপৰীয়া খাই-বৈ উঠি প্ৰতাপে বেৰত ওলোমাই থোৱা বৰশীটো লৈ পুখুৰীলৈ খোজ ললে। ঘৰলৈ আহিলে বৰশী বোৱাটো তাৰ এৰাব নোৱাৰা চখ। প্ৰভাতে তাৰ কাৰণে সেইবাবে বৰশী এটা যতনায়েই থয়।

পুখুৰীৰ ইটো পাৰত গাৱঁৰ জীয়াৰী বোৱাৰীইঁতে দুপৰীয়া সাজ-বাছন, কাপোৰ-কানি আদি ধুবলৈ আহে। পাৰত থকা কপৌ-কেতেকী কেইজোপাও ফুলি শেষ হোৱা নাই। ৰবাব টেঙা থোপা থোপে লাগি আছে। কলিতেই আছে--ডাঙৰ হোৱা নাই। টেঙা দেখি বহুদিন আগৰ ঘটনা এটা মনত পৰিল প্ৰতাপৰ।

—সিবেলি সি প্ৰাইমাৰী পৰীক্ষা দিবলৈ ওলাইছে। বোধকৰোঁ আহিন মাহ তেতিয়া। পৰীক্ষালৈ চাৰি পাঁচ মাহ-মানহে বাকী। ভাত-পানী খাই উঠি দেউতাকে তাক মাতি নি চ'ৰাঘৰত ফলি-পুথি আগত দিলে পঢ়িবলৈ। পিতাক কিবা সকামত কৰবালৈ গৈছিল। গধূলি তাৰপৰা আহি পঢ়া লব। মাকে চোতালত উঘা পকাই আছে। ভায়েক প্ৰভাতে মাকৰ পিঠিত ধৰি ওলমি আছে। প্ৰতাপতকৈ সি আঢ়ৈ বছৰে সৰু। তাৰ তলত আজি প্ৰায় আঠ বছৰ মাকৰ ল'ৰা-ছোৱালী নাই। প্ৰভাতেই কেচুৱা হৈ আছে। আদৰো পায় সি বেচি। মৰম পাই পাই সি এতিয়া মাকক এৰি থাকিব নোৱাৰে। মাকেও

সি ওচৰত নহলে বেয়া পায়। কোলাতো উঠে প্ৰভাতে মাকৰ। প্ৰতাপৰ দেখিয়েই লাজ লাগে। মানুহৰ আগত প্ৰভাতৰ কথা ক'লে 'আমাৰ পানী কেচুৱা' বুলিহে কয়। তাৰ অলপ খঙৰ ভাবো আছিল প্ৰভাতলৈ। নিজকে অলপ অনাদৃত যেন লাগে তাৰ মাকৰ ওচৰত।

দেউতাক পথাৰলৈ গ'ল। প্ৰতাপেও সুবোধ ল'ৰাৰ দৰে পুথি আগত লৈ বহি থাকিল কেতবেলি। চকু পুথিত—কিন্তু মন আন ঠাইত। লগৰ দলটোৰ লগত বন্দৱস্ত আছিল দুপৰীয়া টেঙা খোৱাৰ। ফাঁকি দি কেনেদৰে যাব পাৰি তাকে ভাবি আছিল সি।

প্ৰতাপে বেৰৰ জলঙাৰে জুমি চালে মাকে কি কৰিছে। তাৰ পিছত লাহেকৈ উঠি শোৱা কোঠাত সোমাই বিছনা-চাদৰখন লৈ আহিল। সৰু কাঠ এডোখৰ আগচোতালত পৰি আছিল,—সি চাই আহিছিল। তাকে সি বহা ঠাই ডোখৰত কাপোৰখন মেৰুৱাই দিলে, দূৰৰপৰা যাতে সি বহি থকা যেন দেখি। সেইখিনি কৰিয়েই সি একেলৰে পুখুৰীৰ পাৰৰ বৰাবৰ তল পালেগৈ।

কাপোৰখন আনোঁতে দেখা পাই মাকে তাক সুধিছিল,—"কি অ' বৰবাপ্। কাপোৰখন কি কৰ ?"—সি মুখখন যিমানদূৰ সম্ভৱ হয় করুণ কৰি উত্তৰ দিছিল,—"জাৰ লাগিছে আই।" মাকে ইমান জহতো ল'ৰাৰ জাৰ লগা শুনি গা অসুখ হোৱা বুলি ভয় খাই গাত হাত দি চাই কৈছিল,—"ক'তা! গা দেখোন ভালেই আছে। ইমান জহতো তোৰ জাৰ লাগিল কিয় অ' ?"—বৰ সজ



ল'ৰাৰ দৰে কৈছিল সি,—"কালি নিশা বৰষুণ দিছিল নহয় আই, ঠাণ্ডা লাগিলে নেকি! কাপোৰ লৈ থাকিলে ভাল হৈ যাব।" তাক সন্দেহ কৰাৰ কাৰণ বিচাৰি নেপালে মাকে।

টেঙাৰ তলত ৰাণী, হৰেণ, লক্ষ্মী, মাধন, মথ্ৰা, বিনয় আৰু সোণকণিয়ে তাৰ কাৰণে বৈ আছিল। ৰাণীয়ে ঘৰৰপৰা নিমখ জলকীয়াও আনিছিল,—তাইৰ বয়স তেতিয়া সাত বছৰমান। সি গৈ সেইখিনি পোৱাৰ লগে লগে আটাইবোৰে তাক গালি পাৰিলে পলম হোৱাৰ কাৰণে। সি তাৰ দুখলগা অৱস্থাটো কৈহে ৰক্ষা পৰিল। টেঙা আঠোটামান সিহঁতেই পাৰি থৈছিল। অলপ দূৰত বকুল জোপাৰ তলতে সিহঁত গৈ বহিল। ছোৱালীহঁতে টেঙাৰ বাকলি গুচাই থিক কৰিলে। হাঁহি-খিকিন্দালি কৰি বৰ তৃপ্তিৰে সিহঁতে টেঙা খাইছিল। খোৱা প্ৰায় আদায় হৈছে, এনেতে বিনয়ে ঘাটৰ ফাললৈ জুমি চাই প্ৰতাপৰ কাণত ফুচ্ ফুচাই কলে,—"বাপ, তোৰ দেউতাৰ হবলা! চা চোন,—আমাৰ পিনলৈকে অহা যেন লাগিছে।"—প্ৰতাপৰ মুখত দিব খোজা টেঙা-চকল হাততেই থাকিল। চক্ খাই ঘাটলৈ চাই দেখিলে সঁচাকৈয়ে তাৰ দেউতাকৰ নিচিনা দূৰত পাগুৰি মৰা মানুহ এজন আহিবলৈ ধৰিছে। দেখা পায়েই তাৰ জীৱ উৰি গ'ল। কোনোপিনে চাবলৈ আৰু কোনো কথা ভাবিবলৈ তাৰ সময় নহল। কাকো একো নোকোৱাকৈ বেতানৰ মাজৰ লুংলুঙিয়া বাটটোৰে সি ভিৰাই লৰ মাৰিলে। তাৰ পিচে পিচে আটাইকেইটাৰে লানি লাগিল। প্ৰতাপৰ পিতাক গহীন আৰু খঙাল স্বভাৱৰ মানুহ। গাৰৰ ল'ৰা-ছোৱালীহঁতে

তেওঁক বাঘ দেখা দি দেখিছিল ;—এনেকি, বয়সিয়াল সকলেও তেওঁক বৰ ভয় কৰিছিল। প্ৰভাতে অলপ পাইছে দেউতাকৰ স্বভাৱটো।

প্ৰতাপে ভয়ত চাৰিওপিনে আন্ধাৰ দেখা যেন পাইছিল। লৰি যাওঁতে বেত-বনৰ আচোৰ খাই, অ'ত-ত'ত উজুটি খাই গাৰ-ভৰিৰ অৱস্থা নাইকীয়া হ'ল। তথাপি সিহঁতে লৰিছিল কোনোপিনে নোচোৱাকৈয়ে।

বাটটোৰ মাজতে এটা মৰা খাল আছিল। সৰাপাত জেং ইত্যাদি পৰি খালটো মাটিৰ লগত সমান যেন দেখা হৈ আছিল। প্ৰতাপে খালটোৰ কথা পাহৰিলে। লৰি গৈ পাতবোৰৰ ওপৰত ভৰি দিওঁতেই হঠাতে সি ভৰিখন তললৈ সোমাই যোৱা যেন পালে। তাৰ পিচতে সি কব নোৱাৰে কি হ'ল।

যেতিয়া সি চকু মেলি চালে,—দেখিলে, কচুপাতত পানী আনি হৰেণ আৰু মথুৰাই তাৰ মূৰত ঢালিবলৈ ধৰিছে। ৰাণীয়ে ওচৰতে বহি কান্দি আছে, আনবোৰ নাই,—বোধকৰো ঘৰলৈ গৈছে। হৰেণহঁতে ৰাণীক ধমক দি বিচিবলৈ লগাই দিছে। সি চকু মেলা দেখি সিহঁতে আনন্দত জপিয়াই উঠিল। মথুৰাই তাক সুধিলে,—"ভাল নেপাইছনে বাপ্?"—সি মূৰ দুপিয়াই শলাগিলে। বৰ বিজ্ঞ ডাঙৰ মানুহ এজনৰ দৰে মথুৰাই ক'লে, —"মই নেথাকিলে মৰিলিহেঁতেন তই আজি। ভাগ্যে মোৰ মনত আছিল,—মা সেইদিনা পৰি গৈ চকু নেমেলা হোৱাত মূৰত পানী দিয়াৰ কথা। লৰিলি বুলিনো তললৈ চাব নেলাগেনে। মৰিলে পিচে কি কৰিলি হেঁতেন?"—মথুৰা যেন তাৰ অভিভাৱক।



ভাল পাই সি ঘৰলৈ গ'ল। গৈ দেখিলে, দেউতাকে তাক পঢ়া ঠাইত নেদেখি খঙত অগ্নিশৰ্ম্মা হৈ ফলি-পুথি আটাইবোৰ নি বাৰীত পেলাই দিছে। হাতত কেঁচা বাঁহৰ চেকনি এডাল লৈ তাক মাৰিবলৈ ৰৈ আছে। প্ৰতাপক দেখা পায়েই হাতত ধৰি টানি চোচোঁৰাই নি উৰাই-ঘূৰাই কোব ধৰিলে। মাকে তাক আগুৰিবলৈ আহি নিজেও কেইটামান কোব খালে। মাৰ খাই সি আকৌ অজ্ঞান হৈ পৰি গ'ল। কাঁইটৰ আচোঁৰ খোৱা ঠাইবোৰ বেচিকৈ ফাটি তেজ ওলাবলৈ ধৰিলে। চেকনিৰ কোব পৰা ঠাইবোৰ উখহি উঠি গা পখৰা-পখৰি হ'ল।

সেইদিনা নিশাই তীৰকঁপে তাৰ জ্বৰ উঠিল। সেই জ্বৰ বাৰু হওঁতে তাৰ কুৰি দিন পূৰাপূৰি সময় লাগিল। ভালকৈ ভাল হওঁতে এমাহ মানেই সময় ললে।

এতিয়া সেই দল ভাঙি ক'লৈ গ'ল সি কব নোৱাৰে। সি হাইস্কুলত থাকোঁতেই হৰেণ কলাজ্বৰত ঢুকাল। মথুৰা মিলিটেৰীত সোমাল। বিনয় এতিয়া পূৰা খেতিয়ক। মাধন-লক্ষ্মীৰ বিয়া হৈ গৈছে। লক্ষ্মীয়ে দুটা ল'ৰা-ছোৱালী লৈ বিধৱা হৈ মাকৰ ঘৰতে আছেহি। সোণকলি কোনোবা চাপ্ৰাচী এটাৰ লগত পলাল,—সি প্ৰথম বাৰ্ষিকত থাকোঁতে। পৰিৱৰ্ত্তন নোহোৱাৰ ভিতৰত আছে মাথোন ৰাণী। প্ৰতাপে এই ছয় বছৰৰ ভিতৰত তাইকো অতীতৰ মাজত হেৰাই যোৱা বুলি ভাবিছিল।

সি হাতত বৰশীটো লৈ কিমান বেলি তাত তেনেদৰে থিয় দি

আছিল কব নোৱাৰে। হঠাৎ কিবা লদি এটা আহি তাৰ গাত পৰিল। সি চক্ খাই দেখিলে কপৌ ফুল। কোনে দলিয়াইছে বুলি উভতি চাওঁতে তাৰ চকুত পৰিল, দূৰৈত থকা কপৌ ফুলজোপাৰ তলত ৰাণী। খোপাত শুকুলা তগৰ, ৰঙা পৰা ওঠ দুটাত এটা মিচিকিয়া হাঁহি—ৰিহাখন কঁকালত মেৰিওৱা। তাইৰ ভৰিৰ ওচৰত এজাপ সাজ-বাছন। ৰাণীক সঁচাকৈয়ে বনৰ ৰাণী যেন দেখা গৈছিল।

ৰাণীয়েই প্ৰথমতে সুধিলে,—"কৰিতা ৰচিছা নেকি বাপ্-ককাইদেউ,—নে কাৰোবাক ধ্যান কৰিছা।"

প্ৰতাপৰ চকুত ৰাণীৰ ৰূপটো অতি ধুনীয়া লাগিল। মন্ত্ৰ-মুগ্ধৰ দৰে ফুলপাহ মাটিৰপৰা বুটলি অভিভূতৰ দৰে সি উত্তৰ দিলে,—"পুৰণি দিনবোৰৰ কথা মনত পৰিছে ৰাণী।"—তাৰ চকুত মুগ্ধ দৃষ্টি। মাততো তাৰেই প্ৰতিধ্বনি।

তাৰ এই দৃষ্টিটোৰ লগত ৰাণীৰ চিনাকি হোৱা নাছিল। তাই তলমূৰ কৰিলে। তাইৰ বাপ্-কাইদেউ আৰু আগৰদৰে সৰু ল'ৰা নহয়,—তায়ো উঠন গাভৰু!

লাহে লাহে সাজ-জাপ লৈ তাই ঘাটটোৰে পুখুৰীলৈ নামি গ'ল। গোটেই পুখুৰীটোৱেই মেটেকাৰ ডাঠ সেউজীয়া পাতেৰে প্ৰায় ঢাক খাই আছে। ফুলবোৰ ফুলা নাই এথোন। মাত্ৰ সাজ-কাপোৰ ধোৱা আৰু বৰশী বোৱা ঠাইতহে মাজে মাজে মেটেকা নাই। পাৰৰ ৰঙা বালি লৈ সাজ মলিবলৈ বুলি ওপৰৰ পাৰলৈ চাই ৰাণীয়ে দেখিলে প্ৰতাপে আগৰ ঠাইতে থিয় হৈ



তাইলৈ ৰ' লাগি চাই আছে। বহাৰ পৰা লাহেকৈ উঠি তাই তাৰ ওচৰলৈ গ'ল।

"ইয়াত থিয় হৈ তুমি কি কৰিছা বাপ্-ককাইদেউ? জীয়াৰী বোৱাৰীহঁতে সাজ-কাপোৰ ধুবলৈ আহে নহয়। তুমি সৌ পাৰলৈ যোৱা,—বৰশীবোৱা ঠাইলৈ। নহলে মানুহে বেয়া বুলিব নহয়!"

হাতখনেৰে তাই বাওঁপিনে অলপ দূৰলৈ দেখুৱাই দিয়ে।

প্ৰতাপে বুজি নেপায়। এই ৰাণীয়েই অলপ আগতে তাৰ গালৈ কপৌ ফুল মাৰি হাঁহিছিল। হঠাৎ তাইৰ এই পৰিৱৰ্ত্তন কিয়? তাৰ চকুত প্ৰথমে আশ্চৰ্য্যৰ ভাব ফুটি ওলাল—পিচত লাহে লাহে তাক দুখৰ ছাঁই আৱৰি ধৰিলে। ৰাণীলৈ এবাৰ চাই মুখেৰে একো নোকোৱাকৈ উভতি সি ঘৰৰ পিনে খোজ ললে।

ৰাণীয়ে কিছু সময় সি যোৱাৰ পিনে চাই থাকি সৰুকৈ হুমুনিয়াহ এটা কাঢ়ি পুখুৰীলৈ নামি গ'ল।

বাটে বাটে প্ৰতাপে ৰাণীৰ কথাকে ভাবিলে। বীণা-ৰীণাকো তাৰ ভাল লাগে,—কিন্তু ৰাণীৰ যেন তুলনা নাই।

---

## সাত

মীনাৰ বিয়ালৈ গৈছিল বীণা-ৰীণা। কিন্তু, নিশা বিয়া নেচালে—দৰা অহাৰ পিচতে দুয়ো গুচি আহিল

সেইদিনা বিয়াৰপৰা বীণাই মনত এটা অপূৰ্ব্ব বেদনা লৈ

উভতি আহিল। তাইৰ কাণত তেতিয়াও বাজি আছে অজয়ে গুণ-গুণাই কোৱা কথা কেইটা—"তোমাক মই বৰ ভাল পাওঁ সাদৰী। তুমি মোৰ চকুত অতি সুন্দৰ—অদ্বিতীয়। কব নোৱাৰোঁ কিহে মোক ইমান বলিয়া কৰিলে।"

বিয়াৰ হুলস্থূলৰ মাজৰপৰা আঁতৰি গৈ বাগিচাৰ ভিতৰত অকল শৰীয়া হৈ বহিছিল সিহঁত। বহুত ল'ৰাৰ লগত তাইৰ চিনাকি আছে। কোনেও তো তাইক কাহানিও কোৱা নাই এনেদৰে,—ইমান ধুনীয়াকৈ,—অতখিনি মৰম ঢালি। এনেকি, সদায় অহা প্ৰতাপ,—যাৰ লগত ছোৱালীবোৰে তাইক জোৰাই দি ধেমালি কৰে, তাৰ মুখতো তো এনে কথা শুনা নাই। কথা নেলাগে, তাইৰ ৰূপৰ মৌন প্ৰশংসাও প্ৰতাপৰ ধুনীয়া চকু কেইটাত ফুটি উঠা নাই কাহানিও। মাজে মাজে তাইক ভৰ্ৎসনাহে কৰিছিল তাহাঁতৰ এই কৃত্ৰিম ৰূপ সজ্জা দেখি। —"সম্ভ্ৰান্ত ঘৰৰ ছোৱালী ইমান ৰূপৰ কঙাল হোৱা শোভন নহয়।"—আৰু কিমান কথা ;—কেতিয়াবা মুখৰ, কেতিয়াবা নীৰৱ।

অজয়ে আকৌ কৈছিল,—"মোৰ জীৱনত বহুত ছোৱালী আহি গৈছে। নানান ধৰণৰ, নানান দেশৰ। কিন্তু কাৰো কাৰণে ইমান অস্থিৰতা মই অনুভৱ কৰা নাছিলোঁ। মই আছিলোঁ মুক্ত-বিহঙ্গৰ দৰে। আজি তোমাৰ সুঠাম ধুনীয়া বাহু দুটিৰ মাজত নিজকে তেৰুৱাই পেলাবলৈ ইচ্ছা গৈছে।"

বীণাই ইমান দিনে ল'ৰাবিলাকৰ পৰা নীৰৱ মুগ্ধ দৃষ্টিৰ ব্যাকুলতা খিনিহে অনুভৱ কৰিছিল। কাৰো কথাৰ মাদকতাৰ



আস্বাদ তাই পোৱা নাছিল। কিন্তু আজিৰ সোৱাদ অপূৰ্ব্ব। বীণাই অনুভৱ কৰিলে, তাইৰ বুকুৰ মাজত শুই থকা শুৱনি ৰাজকুৰঁৱীজনী যেন আজি সাৰ পাই উঠিছে সোণৰ মাৰিৰ পৰশত। অজয় তাইৰ বহু প্ৰতীক্ষিত ৰাজকোঁৱৰ। চকু মুদি তাই কল্পনা কৰে, শুকুলা পক্ষীৰাজ গ্ৰীক্ দেৱতাৰ দৰে ধুনীয়া অজয় ৰাজকোঁৱৰৰ সাজ পিন্ধি তাইক উৰুৱাই লৈ যাবলৈকে আহিছে কোনোৱা স্বপ্নপুৰীলৈ,—এই বন্ধনৰ পৰা মুক্ত কৰি।

কোঠাটোৰ নীলা বাম্বটোৰ কোমল পোহৰৰ মাজত আয়নাত তাই নিজৰ শৰীৰটো আৰু মুখখন ঘূৰাই-পকাই চায়। নিজৰ চকুত নিজকে ইমান ধুনীয়া তাইৰ কাহানিও কেতিয়াও লগা নাছিল।

হঠাৎ মাকৰ মাতত তাইৰ নিৱিষ্টতা ভাগি যায়!

"আজি সাজ-পাৰ খুলি নথবিনে বীণি! দহ বাজিলেই, ভাত খাবৰো পৰ হ'ল।"

"উঁ" বুলি সপোনতে থকাৰ দৰে উত্তৰ দিয়ে তাই। এই ধ্বনিটো শুনি মাকৰ অন্তৰ জিকাৰ খাই উঠিল,—কিহবাৰ আশঙ্কাত। বীণাৰ পিনে এবাৰ চাই একো নোকোৱাকৈ তেওঁ লাহে লাহে তললৈ নামি যায়।

ৰীণাই পাৰ্টিৰ পৰা আহি লৰালৰিকৈ কাপোৰ সলাই ৰান্ধনি-ঘৰত মাকক সহায় কৰিবলৈ লৰি গ'ল। অলপ পিচতে তাই ভাত খাবলৈ বায়েকক মাতিলে গৈ।

ভাত খাই আহি বিজুলী বত্তি নুমুৱাই দুয়ো ভনীয়েক শুলেগৈ। সিহঁতে একে কোঠাতে একেলগে শোৱে।

বীণাৰ টোপনি অহা নাছিল। তাই ভাবিছিল বায়েকৰ মনৰ অৱস্থাৰ কথা। ভৱিষ্যতৰ আতঙ্কত তাই শিয়ঁৰি উঠিছিল। ৰীণাই ভাবিছিল, বীণায়ো তাইৰদৰে মাথোন খোজৰ লহৰ, সাজ-পাৰ আৰু প্ৰসাধনৰ মাজতেই মনৰ কামনাক আৱদ্ধ কৰি ৰাখিব। কিন্তু আজি যি দেখিলে, সেয়ে তাইক চিন্তান্বিত কৰি তুলিলে। তাই বাৰুকৈয়ে বুজি পালে—বীণা সৰ্ব্বনাশৰ বাটলৈ আগবাঢ়ি গৈছে। আজিলৈকে মানুহে তাহাঁতক লৈ যিবোৰ কথা ৰটে বা আলোচনা কৰে, সেইটো সেইসকল মানুহৰে কল্পনাৰ ৰং লাগি ৰূপহ হৈ উঠা কাহিনী আছিল। কোনেও তাক নিভাঁজ সত্য বুলি ন-দি কব পৰা নাছিল। সেইবাবেই সিহঁতে সকলো ঠাট্টা-বিদ্ৰূপক উলাই কৰি সমাজত মূৰ তুলি চলিব পাৰিছিল। কিন্তু আজি? হয়তো কাইলৈ দিনটোৰ ভিতৰতে বীণা-অজয়ৰ কথাই নগৰখন ছানি ধৰিব…।

শান্ত সৌম্য অধ্যাপক দেউতাকৰ বৈৰাগ্য ভৰা মূৰ্ত্তিটো মনলৈ আহে ৰীণাৰ।—দেশজুৰি যাৰ সুনাম,—অতি শত্ৰুৱেও যাৰ নাম শুনি শ্ৰদ্ধাত আপোনা আপুনি মূৰ দোঁৱায়,—ভক্তি নকৰা মানুহ নাই দেশৰ ভিতৰত তাইৰ দেউতাকক;—এখেতেই তাহাঁতৰ দেউতাক,—দেশ আৰু জাতিৰ গৌৰৱৰ স্থল, আদৰৰ ধন। তাইৰ মনত পৰে দেউতাকে দিয়া উপদেশবোৰৰ কেই-ডোখৰমান,—"স্বাধীন ভাৰতৰ স্বাধীন অসমে আজি বিচাৰিছে শই শই প্ৰতিভাৱান ল'ৰা-ছোৱালী। তহঁতেও দেশক দান দিব লাগিব,—চকুৰ আগত ৰাখিব লাগিব মাত্ৰ আদৰ্শ—দেশক



আৰু জাতিক ডাঙৰ কৰা" কিন্তু সিহঁতে ই কি কৰিছে? আৰু প্ৰতাপে?—সি কেনেদৰে দেউতাকৰ আদৰ্শকে নিজৰ বুলি লৈ আগবাঢ়ি গৈছে;—অথচ নিজৰ ছোৱালী……! আদৰ্শ এটাক জীৱনৰ ব্ৰত কৰি লোৱাটো কঠিন কাম হব পাৰে, কিন্তু আদৰ্শক অৱমাননা নকৰাকৈ থাকিবলৈ যত্ন কৰাটো উচিত। ৰীণাই আৰু ভাবিব নোৱাৰে।—নাই, সিহঁত উধাবই লাগিব।

বায়েকৰ গাত হাতখন আলফুলকৈ থৈ লাহে লাহে তাই মাতে,—"বাইদেউ!"

বীণাও সন্তৰ সাৰেই আছিল। তাই মাত দিলে, "কি?"—মাত তাইৰ আৱেশত মুদ খোৱা। গধূলিৰ আলোড়ন তাইৰ মনৰ পৰা তেতিয়াও আঁতৰা নাই।

"এষাৰ কথা শুনা বাইদেউ!—মোক ক্ষমা কৰিবা মোৰ যদি দোষ হয়।"—তাইৰ মাতত এটা কৰুণ মিনতি।—"অজয় দত্তৰ ওচৰৰ পৰা তুমি আঁতৰি আহা। তাৰ লগত বন্ধুত্বৰ বন্ধন পৱিত্ৰ হব নোৱাৰে। সি চৰিত্ৰহীন। তাৰ নিচিনা মদপী নাই। সি কৰিব নোৱাৰা কাম নাই। দেউতা-মাৰ কথা ভাবি চোৱা। প্ৰতাপৰ দৰে সুন্দৰ গুণী ল'ৰা এটা তোমাৰ কাৰণে বৈ আছে। লাখপতি ৰৱীন আছে, তোমাৰ এটা মাথোন সন্মতিৰ কাৰণে অপেক্ষা কৰি। মোৰ প্ৰাৰ্থনা শুনা। ভাবি চোৱা,—ভৱিষ্যতৰ কথা চিন্তা কৰা বাইদেউ।"

বীণাৰ কল্পনাত আঘাত লাগে। ৰীণাৰ কথাখিনি ভাবে তাই। প্ৰতাপ? ক'তা, সিতো কাহানিও মৰমৰ মাত এষাৰিকে

মতা নাই তাইৰ কাৰণে! আৰু ৰবীন? এবা, ৰবীন এবাৰ তাইৰ পাণিপ্ৰাৰ্থী হৈছিল। ভিক্ষা কৰিছিল তাৰ প্ৰতি সদয় কৃপা দৃষ্টি। কিন্তু তাৰ প্ৰস্তাৱত তো অজয়দৰে উন্মাদনা নাছিল! অজয়ৰদৰে কঁপা কঁপা মাতেৰে বীণাৰ হাত দুখন তাৰ দুহাতৰ মাজত জোৰেৰে সাৱটি ধৰি ইমান আৱেগেৰে সি প্ৰেম নিৱেদনো কৰা নাছিল। ৰবীনে তাইক বিচাৰিছিল বিবাহ-বন্ধনৰ মাজত আৱদ্ধ কৰি তাইৰ মুকলি মনটো সংসাৰৰ ক্ষুদ্ৰ পৰিসৰটোৰ মাজত বন্দী কৰি থবলৈকে। কিন্তু বীণাইতো এনে বিচিত্ৰতাহীন নীৰস জীৱন নিবিচাৰে!—তাই বিচাৰে জীৱনটো মুকলিকৈ উপভোগ কৰিবলৈ।তাইৰ মতে পুৰুষে নাৰীক বিয়া কৰায় সন্তান জন্ম দি বংশ ৰক্ষা কৰিবলৈকেহে,—ভাল পাই বা ভাল পাবলৈকে নহয়। তথাপিও হয়তো তাই মান্তি হব পাৰিলেহেঁতেন,—যদিহে ৰবীন মীনাৰ দৰা ৰতীনৰ দৰে বিলাত-ফেৰৎ হ'ল হেঁতেন।

বীণাই প্ৰতাপৰ কথা আকৌ এবাৰ ভাবে,—যদি প্ৰতাপে তাইক বিয়া কৰাব খোজে তাই কি কৰিব? তাইৰ মনেৰে—প্ৰতাপে নিবিচাৰেই; কিন্তু যদি বিচাৰে,—তাই ভাবি চায়। প্ৰতাপ মেধাবী, সুন্দৰ,—চাৰিওপিনে গুণী। তথাপি যেন কিবা এটিৰ অভাৱ আছে তাৰ। বীণাই ভাবে তাৰ দৰে ল'ৰাই কাকো ভাল পাব নোৱাৰে,—ঠিক দেউতাকৰ শ্ৰেণীৰেই সি। তেনেকুৱা মানুহৰ লগত তাই অকণো সুখী হব নোৱাৰিব। বীণাৰ মনে আজি অপূৰ্ব্ব সুধাৰ সন্ধান পাইছে,—তাক তাই অৱহেলা কৰিব নোৱাৰে। কিন্তু ৰীণা আকৌ এইবোৰ কথাৰ মাজলৈ



আহিব খোজে কিয়? নে তাইৰ ঈৰ্ষা হৈছে বীণাৰ প্ৰতি।

গাৰপৰা বীণাৰ হাতখন জোৰেৰে আঁতৰাই দিয়ে বীণাই।

"পেক্ পেকাই নেথাকিবি ৰীণি। মনে মনে থাক। মই যিয়েই নকৰোঁ, তাক সমালোচনা কৰাৰ অধিকাৰ তোৰ নাই। মোক আমনি নকৰিবি।"—তাইৰ মাতত স্পষ্ট খং আৰু বিৰক্তি।

ৰীণাই বুজিলে বিলাসপ্ৰিয় উশৃংখল মনৰ বায়েকক অজয়ৰ প্ৰভাৱৰপৰা আঁতৰাই অনাটো টান হৈ পৰিছে। বীণাই জানে মাথোন বিচাৰিবলৈ,—কাৰো বাধা তাই সহ্য কৰিব নোৱাৰে।

ৰীণাৰ চকুয়েদি পানী বাগৰি আহিল।

"অলপ মাথোন ভাবি চোৱা বাইদেউ,—তুমি তেতিয়া বুজিবা তোমাৰ ভুল ক'ত! এবাৰ মাথো ভাবা—দেউতাৰ মাৰ কথা,—সমাজ খনৰ অৱস্থাৰ কথা। তোমাৰ কথাকে লৈ দেউতাৰ প্ৰতি মানুহবোৰে কি কটু কথা কব, বদনাম গাব, ভাবি চোৱা।"—ৰীণাই কান্দি পেলায়।

"মোক শুবলৈ নিদিবিনে ৰীণি? তোৰ যদি টোপনি নাই বিচনাৰপৰা উঠি যা, মোক আমনি নিদিবি।"—তাইৰ মাত বিষাক্ত।

——

## আঠ

আজি কিছুদিনৰপৰা প্ৰতাপহঁতৰ গাৱঁত হাইজা লাগিছে। প্ৰভাত কালি দুপৰীয়াই যে ওলাই গৈছিল, তেতিয়াৰপৰা ঘৰলৈ ওভতা নাই। ভাত-পানী এৰি ক'ত যে ঘূৰি ফুৰিছে তাৰ খবৰ নাই।

মঘাও ঘৰত নাই। আজি এমাহমানৰ ওপৰ হ'ল, তাৰ জোঁৱায়েকৰ হাত কটা বুলি শুনি জীয়েকৰ তালৈ গ'ল।

প্ৰতাপহঁত আঠ-ন বছৰীয়া থাকোঁতেই মঘাৰ ঘৈণীয়েক ঢুকায় এজনী ছোৱালী এৰি। প্ৰতাপহঁতৰ তাতেই আনি মঘাই জীয়েকক ৰাখিছিল। ঘৰৰ ছোৱালীৰ দৰে ডাঙৰ হৈছিল তাই। প্ৰতাপৰ দেউতাক থাকোঁতে বিয়াও দিলে ছোৱালীজনীক। জোঁৱায়েকে মাৰ্ঘেৰিটাৰ কাঠৰ কাৰখানাত কাম কৰিছিল। তাতেই সিহঁত আছিল। ল'ৰা-ছোৱালী হোৱা নাছিল যদিও সিহঁত সুখতেই আছিল। হঠাতে সিদিনা কাঠফলা কলত তাৰ সোঁহাতখন সোমাই গ'ল। মৰে নে বাচে ঠিকনা নাই। বাতৰি পাই মঘা থিৰে থাকিব নোৱাৰিলে। কান্দি-কাটি যাবলৈ ওলাল।

প্ৰতাপৰ মাকৰো বেজাৰত চকুপানী ওলাল। ল'ৰাটো স্বভাৱে-চৰিত্ৰই বৰ মৰম লগা আছিল। আঁচলেৰে চকুপানী মচি মচি কৈছিল,—"যা মঘা—তাক ভালদৰে চিকিৎসা কৰাবি। টকা লাগিলে মই দিম। ঈশ্বৰে নকৰক,—দৰকাৰ হলে তাইকো মোৰ ইয়ালৈকেই লৈ আহিবি। সৰুতে ডাঙৰ হৈছিল,—এতিয়াও থাকিব নিজৰ ছোৱালীৰ দৰে।"

মঘাই গৈ সাতদিনৰ মূৰত কাৰোবাৰ হতুৱাই লিখাই চিঠি দিলে—তাৰ জীয়েক বাঁৰী হ'ল;—কিন্তু স্বামীভিঠা এৰি তাই আহিব নোখোজে। মঘাও থাকিব লাগিল তাতেই জীয়েকৰ লগত,—আয়েকে যেন তাক ক্ষমা কৰে।—বুকুৰ তেজেৰে লিখা যেন চিঠিখন,—সৰল কাকুতি আৰু কান্দোনেৰে ভৰা।



মাকে আৰু তাক জোৰ নকৰিলে। আকৌ টকা এশ পঠালে জোঁৱায়েকৰ শ্ৰাদ্ধৰ কাৰণে,—ধান বেচা টকা!

ঘৰত মঘাও নাই—প্ৰভাতো অহা নাই কালিৰ পৰা। মঘা থাকিলে তথাপি সাহ থাকে। প্ৰতাপে গাৰঁৰ একো ভু-কে নেপায়। তাৰ ওপৰত তেনেদৰে নিৰ্ভৰ কৰিব নোৱাৰিও—অন্ততঃ গাৰঁত। উপায় নেপাই থাপনাত ঘিউৰ বন্তি এগছ জ্বলাই থৈ মাকে মাথোন পদূলিলৈ চাই আছে।

প্ৰভাত অলপ বেলেগ ধৰণৰ। গাৱঁৰ কাৰোবাৰ কিবা হলে তাক আৰু ধৰি ৰাখিব নোৱাৰি,—ততালিকে সি লৰি যায়,—ৰুগীয়াক পৰ দিয়া, দৰৰ-পাতি আনি দিয়া,—অভাৱত পৰাক গাঁঠিৰ-ধন, ভঁৰালৰ ধান উলিয়াই দিয়া,—বিয়া-সবাহত খাটি দিয়া,—সকলো কামতে সি আগৰণুৱা। এইবোৰ কাৰণতে গাৱঁৰ ল'ৰা বুঢ়া, ডেকা-গাভৰু—আটায়ে তাক ভাল পায়।

এই কেইদিন সি ৰাতিপুৱাই ওলাই গৈছিল আৰু দিনটোত দুবাৰ নহলে এবাৰ ঘৰলৈকে আহিছিল। কিন্তু কালিৰপৰা কোনো বাতৰিয়েই নাই।

হাইজা ঘোপাগাৱঁতে বেচিকৈ হৈছিল। সেই কাৰণে মাকে ভাবিছিল, প্ৰভাত ঘোপাগাৱঁলৈকে গৈছে। গাৱঁৰে ল'ৰা মাজুক প্ৰতাপে প্ৰভাতৰ বাতৰি লৈ আহিবলৈকে পঠিয়াইছিল। প্ৰতাপে নিজে যাব খোজাত, মাকে তাক যাব নিদিলে। প্ৰভাতৰ বেমাৰৰ মাজে মাজে ফুৰা অভ্যাস আছে—তাৰতো নাই। প্ৰতাপতকৈ তাৰ স্বাস্থ্যও বহুত ভাল।

মাজুৱে আহি বাতৰি দিলে, হয়, সি ঘোপা গাঁৱতে আছে। ছয়-সাত ঘৰত হাইজা লাগিছে। ৰাতিপুৱা কৰিম মিস্ত্রীৰ দহ বছৰীয়া ল'ৰাটো ঢুকাল। প্রভাত দুপৰীয়া নগৰলৈ গৈছিল,—তাৰপৰা দহ মাইল আঁতৰৰ নগৰখন,—ডাক্তৰ আনিবলৈ। চৰকাৰী ডাক্তৰে তাৰ কাকূতিত ৰব নোৱাৰি বেজী কেইটামান লৈ গাৱঁলৈ আহিছে। প্রভাত এতিয়া আলিম্‌চাৰ ঘৰত। তাৰ গিৰিয়েকে তালাক দি এৰি থোৱা ছোৱালীজনীৰ বৰ টান। আলিম্‌চাৰ কেবা দিনৰে পৰা জ্বৰ। মাক আগৰেপৰা ৰুগীয়া। প্রভাতে সিহঁতক এৰি উঠিবই পৰা নাই।

বাতৰি শুনি মাকে কলিয়া গোসাঁইক খাটে প্রভাতক ভালে-কুশলে আনি দিবলৈ। প্রতাপৰ মুখতো চিন্তাত পানী নাই।

নিশাটো তেওঁলোকৰ টোপনি নমবাকৈয়ে গ'ল।...

ৰাতিপুৱা দোকমোকালিতে চোতালত কাৰোবাৰ মাত শুনি চাকিটো লৈ মাক লাহে লাহে ওলাই গ'ল। প্রতাপো গ'ল পিচে পিচে।

চোতালত প্রভাত। তাৰ কাপোৰ-কানি তিতা। তাহাঁতক দেখি বৰ দুখেৰে হাঁহি এটা মাৰি সি কলে,—"আলিম্‌চাৰ আটাই কেউটিকে পুতি থৈ আহিলোঁ।"

মাকে তাক লৰালৰিকৈ কাপোৰ সলাবলৈ দি ভিতৰলৈ মাতি নিলে। প্রভাতৰ চকু দুটা তক্‌তকীয়া ৰঙা পৰিছে। মাকৰ গাটো চিৰিংকৈ গ'ল। কপালত হাত দি চাই দেখিলে জুইৰদৰে তপত।



প্রভাতে করুণ হাঁহি এটা মাৰিলে,—"মোকো বোধকৰো মাউৰে পালে আই! গধূলিৰপৰা মূৰ বিযাই আছিল। তেতিয়া ভবা নাছিলোঁ। মাজনিশাৰপৰা গাটো বতিয়াওঁ বতিয়াওঁ লগাতহে বুজিলোঁ, মোকো কেঁচা খাইতীয়ে ধৰিছে। তাতে থাকিম বুলি ভাবিছিলোঁ। গাৱঁলৈ বেমাৰৰ বীজ লৈ অহাৰ মন নাছিল—কিন্তু তহঁতক নেদেখাকৈ মৰিব নোৱাৰিলোঁ।"

সি কৈ যাবলৈ ধৰিলে—মানুহবোৰ কেনেকৈ মৰিব ধৰিছে কুকুৰ-মেকুৰীৰদৰে। পৰহি দুপৰীয়াৰপৰা কালি মাজনিশালৈকে সাতজন মৰিছে। আলিম্‌চাৰ ঘৰত আৰু এটাও জীয়া মানুহ নাই। মানুহবোৰৰ দুৰ্দ্দশাৰ কথা কৈ সি কান্দি পেলালে। অৱনী-নৰেণহঁতক সি তাত কাম কৰিবলৈ এৰি আহিছে। কিন্তু সিহঁতৰো যদি......।

অলপ পিচৰপৰা প্রভাতৰ সঁচাকৈয়ে ভেদ-বমি আৰম্ভ হ'ল। বমি আৰম্ভ হোৱা দেখি সি মাক-ককায়েকক জোৰ কৰি তাৰ ওচৰৰপৰা ঠেলি আঁতৰাই দিলে,—"যা আই নাহিবি। নাহিবা ককাইদেউ! ই বৰ সাংঘাটিক ৰোগ,—নাহিবা, যোৱা!"

মাকে চিঞৰি উঠিল,—"তই কি কৰিব খুজিছ সৰুবাপ,—যাৱ যদি মোকো লৈ যা।" মাকে তাক সাৱট মাৰি ধৰিলে।

প্রতাপে নিজক সংযত কৰি মাকক আঁতৰাই লৈ যায়,—"ইমান অস্থিৰ নহবাচোন আই, অস্থিৰ হলেতো নহব। তাৰ শুশ্রূষাৰহে দৰকাৰ এতিয়া। চাওঁ তাৰ কাপোৰবোৰ সলাই দিওঁ!"

মাকক অলপ আঁতৰাই দি সি প্রভাতৰ কাপোৰ সলাই

দিবলৈ লয়। প্ৰভাতে তাক বাধা দিবলৈ যত্ন কৰে—কিন্তু মূৰ ঘূৰাই আহিছিল ; প্ৰতাপৰ হাতৰ ওচৰত সেও মানিবলৈ বাধ্য হল।

বাতৰি পাই মানুহেৰে তাহাঁতৰ চোতাল ভৰি গ'ল। সবহ ভাগে বাহিৰৰপৰাই বাতৰি লৈ গুচি গ'ল। বেমাৰ সোঁচৰাৰ ভয়ত কাষ নেচাপিল। ল'ৰাহঁতৰ ৩।৪ জন দৌৰিল ডাক্তৰ আনিবলৈ। প্ৰভাতক বচাবলৈ যে প্ৰতাপ বদ্ধ-পৰিপক।—"যিমান ঔষধ-পাতি আছে, চিকিৎসাৰ সৰঞ্জাম আছে আটাইবোৰ আনিবলৈ কবি। যি টকা লাগে তাকে দিম। পলম নকৰিবি। টেক্সী পালে তাতে আনিবি।"—প্ৰতাপে বলিয়াৰদৰে চিঞৰিছে আৰু প্ৰভাতৰ কোঁচাই নিব খোজা হাত-ভৰিবোৰ টানি দিছে।

গাৰ্ত ছুখন মাত্ৰ চাইকেল। তাকে হৈ ল'ৰাহঁতে প্ৰাণপণে নগৰলৈ লৰ দিলে। ডুজনমান প্ৰভাতৰ ওচৰত ৰ'ল। হৰিখুৰাও আহিছিল, তেওঁ ওচৰতে বহি গোসাঁইৰ নাম আৰু কীৰ্ত্তন-ঘোষা গাইছে আৰু অভয় দি আছে।

ৰাণীও আহিছিল। তাই উভতি নগ'ল। কুঞ্চৰ মাকৰ লগত ছুয়ো ধৰা-ধৰিকৈ প্ৰতাপৰ মাকক জোৰ কৰি আন এটা কোঠালৈ নি শান্ত কৰি ৰাখিবলৈ যত্ন কৰিলে। তেওঁক কোনোমতে ধৰি ৰাখিব নোৱাৰি—প্ৰভাতৰ ওচৰলৈ যাবলৈ আজোঁৰ-পিজোঁৰ কৰে, আৰু নোৱাৰি চিঞৰি চিঞৰি কান্দে। মূৰৰ চুলিবোৰ আজুৰি আজুৰি চিঙে। বুজালেও বুজিব নোখোজে।

ৰাণীহঁতৰো চকুপানী ওলায় তেওঁৰ অৱস্থা দেখি। কিন্তু



উপায় নাই—প্ৰভাতৰ ওচৰলৈ যাবলৈ দিলে বিপদহে হব। মাকে চিঞৰে,—"সি যে মোৰ বুকুৰ মঙ্গহ ঔ। মোক কেলেই এনেকৈ বান্ধি ৰাখিছ। এৰি দে, এৰি দে। মই যাওঁ।" যুঁজি যুঁজি অৱশ হৈ একোবাৰ বিচনাত পৰি বাগৰি বাগৰি কান্দে—আকৌ বলিয়াৰদৰে উঠি যাবলৈ যত্ন কৰে।

এই সময়খিনিৰ ভিতৰতে প্ৰভাতৰ পাঁচ-ছয় বাৰ শৌচ হ'ল। হাত-ভৰিবোৰ টানি নিবলৈ ধৰিছে—শিৰবোৰ কোঁচ খাই খাই গৈছে। দাঁতৰ লগত দাঁত লাগি ধৰিব খোজে। তথাপি ছুই হাতেৰে ওচৰৰ মানুহবোৰক ঠেলি উঠি আহিব খোজে।

"চাওঁ মোক এৰি দিয়া। সিহঁত মৰি শেষ হব। তাহাঁতক চাবলৈ কোনো নাই। মই যাম বুলি কৈ আহিছোঁ—যাব লাগিব। যাবলৈ দিয়া মোক, যাবলৈ দিয়া।" তাৰ পিচতে বমি। বমিৰ পিচত অৱশ হৈ সি পৰি যায়। হুক্হুকাই কান্দে।

"সিহঁতক নেৰিবা ককাইদেউ। তাহঁতক চাবলৈ কোনো নাই। কোনেও সিহঁতলৈ উভতি নেচায়—মানুহে গাৰঁৰ মানুহক আৱৰ্জ্জনা বুলি ভাবে। মই যে গাৰঁখনৰ কাৰণে কিবা কৰিব পাৰিম বুলি ভাবিছিলোঁ,—কিন্তু নোৱাৰিলোঁ, নোৱাৰিলো। উঃ! বৰ কষ্ট, বৰ যন্ত্ৰণা। সিহঁতক তুমি চাবা ককাইদেউ।" আকৌ দাঁতত দাঁত লাগি যায়। যন্ত্ৰণাত মুখ বিকৃত হৈ যায়।

প্ৰতাপে চকুপানী সামৰি ৰাখিব নোৱাৰে। ভায়েকক সান্ত্বনা দিবলৈ যত্ন কৰে সি,—"শান্ত হচোন সৰুবাপ। কৰিম—কৰিম—সকলো কৰিম। তই ভাল হ—দুয়ো একেলগে সকলো কৰিম।"

ইমান যন্ত্ৰণাৰ মাজতো প্ৰভাতে জ্ঞান হেৰুৱা নাই। ককায়েকৰ নিষ্ফল সান্ত্বনাৰ প্ৰচেষ্টা দেখি তাৰ মুখত হাঁহি ওলাব খোজে। হাঁহাৰ চেষ্টাত মুখ বিকৃত হৈ যায়।

"মোকনো সৰু লৰা বুলি ভাবিছানে ককাইদেউ! মই জানো—মই নেবাচোঁ। এই বেমাৰত পৰিলে গাৱঁত মানুহ নেবাচে। মোৰ নিজৰ হাতত এঘাৰজন মৰিল।"

"মিছাকৈয়ে তই কিবোৰ ভাবিছ সৰুবাপ.। সিহঁত ভাল নহল বুলি তয়ো ভাল নহবিনে?" চকুত পানীৰ ভৰ লৈ প্ৰতাপে কয়।

প্ৰভাতে মন নিদিয়ে তাৰ কথাত, আপোন মনে বলকি যায়,—"আশা আছিল আমাৰ আমবাৰীৰ মাটি ডোখৰত গাৱঁৰ কাৰণে আস্পাতাল এটা পাতিম। ডাঙৰ স্কুল এখন পাতিম—চৰকাৰক ধৰি। হীৰা গাৱঁৰ গেলা পুখুৰীটোৰ ঠাইত নকৈ ভাল পুখুৰী এটা খানিম—ৰাইজৰ লগ হৈ। কিন্তু;—কিন্তু একো যে নহল ককাইদেউ। মই যাবলৈয়ে ওলালোঁ।"

তাৰ মুখ যন্ত্ৰণাত আকৌ বিকৃত হৈ উঠে। সি আৰ্ত্তনাদ কৰি উঠে,—"উঃ ভগৱান! আৰু যন্ত্ৰণা নিদিবা। নোৱাৰোঁ, নোৱাৰোঁ আৰু সহ্য কৰিব নোৱাৰোঁ।" হাতভৰি যন্ত্ৰণাত কোঁচ খাই আহে। শিলৰদৰে টান—লৰাব-চৰাব নোৱাৰা হৈ পৰে।

উপায়হীন হৈ প্ৰতাপে ঘনে ঘনে বাহিৰলৈ চায় ডাক্তৰ আহিল বুলি—হাত-ভৰিবোৰ পিটিকি দি থাকে। প্ৰভাতৰ লগতে নিজকো সান্ত্বনা দিবলৈ যত্ন কৰে, "কিয় এনে কৰিছ সৰুবাপ। তই কিয় ভাল নহবি? তোৰ সকলো ইচ্ছাকেই তই পূৰাব পাৰিবি।"



প্ৰভাতে হক্ হক্‌কৈ হোলোকা-হোলোকে বতিয়ায়। পানীৰ নিচিনা শৌচেৰে বিছনা তিতি যায়। সিহঁতে আকৌ কাপোৰ সলাই দিয়ে।

ন-মান বজাত ডাক্তৰ আহিল।

পূৰা দুই ঘণ্টা ধৰি মৰণ-জীৱনৰ মাজত তয়া-ময়া ৰণ লাগিল। শেষত ডাক্তৰী শাস্ত্ৰই হাৰ মানিলে। কুৰি-পঁচিশটা বেজী দিও প্ৰভাতক ৰাখিব পৰা নগ'ল। ডাক্তৰৰ হাতৰ ঘড়ীত চাৰে-এঘাৰ বজাৰ লগে লগে,—"আই, মই যাওঁ!" বুলি ডাঙৰকৈ চিঞৰ এটা মাৰি প্ৰভাত চিৰদিনৰ কাৰণে নীৰৱ হৈ গ'ল। মাকে মৃত্যুৰ সময়তো তেওঁৰ বুকুৰ ধনক দেখা নেপালে।

বগা কাপোৰ এখনেৰে শ ঢাকি দিলে কোনোবাই।

প্ৰতাপৰ চকুৰপানী শুকাই গৈ চকু শিলৰ নিচিনা কঠিন হৈ গৈছে। চকুত অসহ্য পোৰণি—বুকুখন যেন গধূৰ বোজা এটাই হেঁচি ধৰিছে। তথাপি সি কান্দিব নোৱাৰিলে। পাষাণৰদৰে স্থিৰ হৈ থাকিল।

মানুহবোৰে প্ৰতাপৰ অৱস্থা দেখি ভয় খালে। তথাপি একো কৰিব নোৱাৰিলে।

ডাক্তৰ গুচি গ'ল। ফীজ নললে। তেওঁ নিজে দেখিছে, প্ৰভাতে গোটা গাৱঁত জীৱন পণ কৰি খটা। এনে এজন ল'ৰা

ৰাখিব নোৱাৰি ডাক্তৰে নিজেও বৰ বেজাৰ পালে। তেওঁৰ চকুতো পানী কেইটোপালমান বিৰিঙি উঠা যেন দেখা গ'ল।

লবাহঁতে সৎকাৰৰ কাৰণে কাঠ-খৰি গোটাবলৈ ধৰিলে। হৰিখুৰা, অৰনী আৰু নবেণে ধৰা-ধৰিকৈ শ বাজলৈ আনি তুলসীৰ তলত থলেহি। প্ৰভাতৰ শেষ চিঞৰটো শুনিয়েই মাকে বিকট চিঞৰ এটা মাৰি মূৰ্চ্ছা গ'ল। ৰাণীহঁতে তেল-পানী দি তেওঁৰ জ্ঞান আনিবলৈ যত্ন কৰিলে।

তুলসীৰ তলৰ মৰাশ শান্তিপানী ছটিয়াই শ্মশানলৈ নিবলৈ ওলাল। মুখাগ্নি কৰিব লাগিব প্ৰতাপে। সি তৎ নোহোৱাৰ-দৰে সিহঁতে যলৈকে মাতিলে, লগে লগে গ'ল। প্ৰভাতৰ বেমাৰৰ বাতৰি পাই তাঁতীপাৰা, হীৰা গাওঁ, ঘোপা গাওঁৰ ল'ৰা-তিৰোতাবে সিহঁতৰ চোতাল ভৰি পৰিল। চকুপানী টুকি-টুকি সিহঁতো পিচে পিচে গ'ল।

শ্মশানলৈ সৎকাৰ কৰিবলৈ গ'লে গধূলিৰ তৰাবোল আকাশত নেদেখাকৈ ঘৰ সোমাব নেপায়। সেই কাৰণে প্ৰতাপ যেতিয়া গাতে শুকুৱা তিতা কাপোৰ খনৰে আহি ঘৰ পালেহি তেতিয়া আন্ধাৰ হৈছিল। মাক বিছনাত পৰি আছে। কৃষ্ণৰ মাক, হৰিখুৰা আৰু খুৰী প্ৰায় দিনটোৰেই তাত আছিল,—কিন্তু গধূলি হোৱাৰ লগে-লগে ৰাণীক তাত থৈ তেওঁলোক ঘৰলৈ গ'ল। কৃষ্ণৰ শৰীৰো বৰ বাৰু নহয়,—তাৰোপৰি, হৰিখুৰাৰ ঘৰত লৰা-ছোৱালীবোৰ তেনেই সৰু। ভয় খাব পাৰে—দিন-কালো ভাল নহয়।



ৰাণীয়ে ওচৰতে বহি তেল-পানী দি প্ৰতাপৰ মাকক বিচি আছিল। মাহীমাকে তাইক কেইবাবাৰো আহি মাতি মাতি ভাত খুৱাবলৈ নিব নোৱাৰি—"থাক তেন্তে পৈয়েৰৰ ঘৰত তেনেকে" বুলি গালি পাৰি গুচি গৈছে আৰু অহা নাই।

প্ৰতাপ অহা দেখি ৰাণী উঠি ৰান্ধনী ঘৰলৈ গ'ল। কেৰাচিন তেলৰ চাকিগছ জ্বলাই আনি বেৰত খুচি থলে। তাৰ পোহৰতে প্ৰতাপে দেখিলে,—তাইৰ চকু-মুখ ৰঙা, উখহি আছে। মাকৰ সন্তৰ এতিয়া টোপনি। প্ৰতাপে উঠি গৈ কোঠাটোৰ এচুকত মাটিতে বহি পৰিল। প্ৰভাত থকা কোঠাটোলৈ সি যাব নোৱাৰিলে। তাৰ চেহেৰা দেখি ৰাণীয়ে ভয় খাই গ'ল। তাৰ মূৰটো ৰুক্ষ;—চুলিবোৰ এনি-তেনি সিচঁৰতি হৈ পৰি আছে। চকুত অতি অসহায় সৰ্ব্বহাৰাৰ ভাব এটা। বয়স যেন তাৰ এই এদিনতে কুৰি বছৰ বাঢ়ি গৈছে। তাই লাহে লাহে উঠি গৈ তাৰ ওচৰত বহি গাত হাত দিলে।

"বাপ, ককাইদেউ।"

তাইৰ মাতটোৰ জানো কি শক্তি আছিল,—প্ৰতাপৰ বুকুত অতপৰে গোট খাই থকা আটাইবোৰ দুখ যেন ওলাই আহিবলৈ বাট বিচাৰি পালে। সি ৰাণীৰ কোলাত মূৰ গুঁজি ফেঁকুৰি ফেঁকুৰি কান্দিবলৈ ধৰিলে।

"মই কি কৰোঁ ৰাণী! দেউতা ঢুকুৱাতো মই ইমান অসহায় হোৱা নাছিলোঁ। সিয়েই যে ঘৰৰ ধৰণী আছিল! মই এতিয়া কেনেকৈ চলিম বাৰু,—মাক সান্ত্বনা দিম কেনেকৈ?"

তাৰ ব্যাকুল বিননিত ৰাণীৰ চকুৰপৰাও ধাৰাসাৰে চকুপানী বৰলৈ ধৰিলে। তাই জানে তাৰ এই কান্দোন সোনকালে নেথামে। তথাপি মূৰত হাত ফুৰাই কান্দোনত কঁপা কঁপা মাতেৰে তাই সান্ত্বনা দিবলৈ যত্ন কৰিলে।

"নেকান্দিবা বাপকাইদেউ! জেঠাইয়ে কান্দি কান্দি এই মাত্র অলপ তলকা মাৰিছে। সাৰ পায়েই কান্দি অজ্ঞান হৈ পৰি যায়। তুমি অস্থিৰ হলে তেওঁক ৰখাই টান হব।"

প্রতাপে নিজক দমাই ৰাখিব নোৱাৰে। ৰাণীৰ কোলাত মুখ লুকুৱাই বুকুখন জোৰেৰে হেঁচা মাৰি ধৰি সি চিঞৰি উঠে, —"মই যে নোৱাৰোঁ ৰাণী, সহ্য কৰিব নোৱাৰোঁ।"

তেনেতে ৰাণীৰ মাহীমাকে চাকিটো লৈ আহিছিল ৰাণীক আকৌ এবাৰ মাতিবলৈ। আহিয়েই তাঁহাতক তেনে অৱস্থাত দেখা পাই চিঞৰি উঠিল,—"নেদেখিছা, বেটীয়ে আৰু পীৰিতি কৰিবলৈ সময় বিচাৰি নেপালে। ছিঃ কটা! ক'ৰ নিধক নিলাজী ঐ। এনে কাণ্ড আজিহে দেখিলোঁ।"

তেতিয়াই চাকিটো লৈ মাহীমাকে ৰাণীক বাটে-বাটে অবাইচ গালি পাৰি ঘৰলৈ গুচি গ'ল।

প্রতাপ নিজৰ দুখতে ব্যস্ত আছিল—কথাবোৰ নুশুনিলে। কিন্তু ৰাণীয়ে শুনিছিল। তাই শুনি কাঠৰ মূৰ্তিৰদৰে থৰ লাগিল। ছিঃ মানুহো ইমান জঘন্য হব পাৰে!

## ন

এই জঘণ্যতাৰ চূড়ান্ত পৰিচয় ওলাল তেতিয়াহে, যেতিয়া পিচদিনা পুৱা ৰাণীয়ে প্রতাপৰ মাকক জোৰ কৰি গা ধুৱাই চৰবৎ এবাতি খুৱাই আৰু প্রতাপক গাখীৰ এগিলাচ খুৱাই উঠি নিজে গা-পা ধুবলৈ ঘৰলৈ গ'ল। কৃষ্ণৰ মাক পুৱাতে প্রতাপৰ মাকৰ ওচৰত আছেহি।

তাই গৈ তাঁহাতৰ ঘৰৰ পদূলি পাইছেহে মাথোন, মাহী-মাকে চোতাল সৰাবপৰা মূৰ ডাঙি চাই তাইক দেখিয়েই চিঞৰি উঠিল,—"আহিছনে এতিয়া কটা নাককাটী! আহিলি কিয় পৈয়েৰক এৰি? নিশাৰ নিশাটো লোকৰ ডেকা ল'ৰাৰ লগত কটাই এতিয়া কোন সতে মুখ দেখুৱাবলৈ আহিলি হোঁ? যা আঁতৰ হ' বুলিছোঁ। তোৰদৰে বেইচা এজনীয়ে মোৰ ঘৰত ভৰি দি ঘৰ চুৱা নকৰিবি।"

ৰাণীয়ে কথা শুনি তবধ খালে। তাই বুজি নেপালে বেইচা তাই, নে তিনিবাৰ তিনি স্বামীৰ মূৰ খাই, বিপত্নীক দেউতাকৰ ধেমনি চপা মাহীমাক! অলপ সময় স্তব্ধ হৈ থাকি তাই একো নমতাকৈ ঘৰ সোমাবলৈ ভৰি ডাঙিছেহে, এখোজো আগবাঢ়িবলৈ নিদিলে তাইক। মাহীমাকে হাওঁ হাওঁকৈ খেদি আহিল। খণ্ডত ৰণচণ্ডী। হাতৰ বাঢ়নি টাঁৰেৰে যেন কোবাবহে।

হাতত হোকাটো লৈ গুড়ুক্ গুড়ুক্ কৈ টানি টানি দেউতাকো ওলালহি।

ৰাণীয়ে মনত অলপ বল পালে দেউতাকক দেখি। তাই কিবা কওঁ বুলি মুখ মেলিবলৈহে পালে, দেউতাকৰ মাতটোত যেন বোমাহে ফুটিল। মাহীমাকৰ ফলীয়া হৈ তেওঁ তাইক নানান অবাইচ কথা কবলৈ ধৰিলে।

"আঁতৰ হ হাৰামজাদী। তই মোৰ নাক কাণ সোপাকে কাটিলি। শতুৰক হহুঁৱাবলৈ থল নেৰিলি। যা, আঁতৰ হ' বুলিছোঁ। এইজনীক যে মৰিবলৈ মই কেলৈ লৈ আহিছিলোঁ। মামাকৰ ঘৰতে যি কৰে কৰিলে হেঁতেন। উঃ ৰাম ৰাম! কল-গাখীৰ দি জী বুলি যেনিবা কাল-সৰ্পিনীকহে পুহিছিলোঁ! আঁতৰিলিনে বেটী মঁৰতী।"

ৰাণীৰ মুখ লুকুৱাবলৈকে ঠাই নাইকিয়া হ'ল। তাই ভাবি নেপালে বাপেকে জীয়েকক কেনেকৈ ইমানবোৰ জঘণ্য কথা, কোনো বিচাৰ নকৰাকৈ—মাত্ৰ মাহীমাকৰ কথা শুনিয়েই, এনেদৰে কব পাৰিলে। কিমান কান্দিলে-কাটিলে তাই, কিমান কাকূতি কৰিলে—তথাপি বন্ধ দুৱাৰ আৰু মুকলি ন'হল। দেউতাকৰ আঙ্‌লিটো বাহিৰৰপিনে দাং খোৱাৰপৰা আৰু কোঁচ নেখালে।

তাই যেতিয়া বুজিলে, মাহীমাকে তাইৰ ওপৰত আটাইখিনি আক্ৰোশ এই সুযোগতে জাৰিবলৈ বিচাৰিছে আৰু মাহীমাকৰ আঁচল এৰি পিতাকেও তাইৰ হৈ এষাৰো নেমাতে, তেতিয়া তাইৰ মুখখন লাহে লাহে কঠিন হৈ আহিল। চকুপানী মচি কাকো একো মাত নমতাকৈ তাই বাহিৰ ওলাই গ'ল।

পিচে পিচে মাহীয়েকৰ ছোৱালীজনীয়ে,—"বাইদেউ, চাহি



মোৰ নতুন দবা-কইনা কেইটা। কালি ক'ত আছিলি?" বুলি মাতিবলৈ যাব খুজিছিল, কিন্তু মাকে তাইক আজোৰ মাৰি টানি ঘৰৰ ভিতৰলৈ লৈ গ'ল। ছোৱালীজনীয়ে চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। তাইৰ কাৰণে ৰাণীৰ বুকুৰ কোনোবাখিনিত বিষাই উঠিল,—আজি এবছৰৰ ভিতৰত ছোৱালীজনীয়ে তাইক মাকতকৈও বেচি ভাল পাইছিল। তাইক এৰি থাকিব নোৱাৰিছিল। অথচ……। ভাবি লাভ নাই।

সংসাৰখনৰ প্ৰতি তাইৰ এটা প্ৰবল বিতৃষ্ণা জন্মিল। কালি ঘটি যোৱা দুখজনক ঘটনাটোৱে তাইৰ মনত এটা মচিব নোৱাৰা আঘাতৰ দাগ আঁকি দিলে। আজি আকৌ এই অপমানে তাইৰ অন্তৰৰ ঘা ডোখৰত দুগুণে পোৰণি তুলিলে। তাইৰ মনত পৰিল ছয় বছৰ আগতে হেৰুওৱা মাকৰ কথা। কিমান সাদৰি, কিমান বেথা লগা আছিল তাইৰ মাক। আজি যদি মাক জীয়াই থাকিল হেঁতেন, তাই এইবোৰ ঘিণলগা কৰ্কথনা শুনিব লগা হলহেঁতেন নে? পিতাকৰ কথা তাই ভাবে। সেই মানুহজনে কেনেকৈ গাৰ মঙহ নিজৰ জীয়েকক এনেকৈ অপবাদ দি ঘৰৰপৰা উলিয়াই পঠিয়াব পাৰিলে! তাইৰ মাক মৰিল কাৰণে—তায়ো দেউতাকৰ মৰম-কৰ্ত্তব্যৰ সীমাৰপৰা বাহিৰ হৈ আহিল নে?……

বাহিৰত তেতিয়া বাৰুকৈয়ে ব'দ ওলাইছে,—সোণালী পোহৰৰ ছাঁ পৰি ধুনীয়া গাৱঁখন আৰু ধুনীয়া হৈ উঠিছে। কিন্তু সেইবোৰ চাবলৈ ৰাণীৰ আজি অৱসৰ নাই। মাহীমাকৰ চিঞৰত চুবুৰীৰ আটায়ে ঘটনাটো বুজি পাইছে—বিশ্বাসো কৰিছে

সকলোৱে। অবিশ্বাসৰ কাৰণো নাছিল—মাক-দেউতাকৰ মুখৰ কথা!

ৰাণী বাহিৰ ওলোৱাত সকলোৱে তাইলৈ জুপি জুপি চাবলৈ ধৰিলে। ল'ৰা-ছোৱালীবোৰে খেলাৰ ছলতে ৰাণীক চাওঁ বুলি খিকিন্দালি কৰি বাহিৰ ওলাইছে। ডাঙৰে কিবা দৰকাৰৰ চেলু লৈ বাহিৰলৈ জুমিছে। সকলোৰে চকুত ৰহস্যৰ ভাৱ। ৰাণীৰ অৱস্থা মাটিৰ লগত মিহলি হৈ যোৱা যেন হ'ল। ওলাই আহিব খোজা চকুপানী টুপি কোনোমতে সামৰি তাই কাৰো-পিনে নোচোৱাকৈ মূৰ তল কৰি পুখুৰীমুৰাকৈ বেগাই ভৰি চলাই দিলে।

বাটতে নিৰণে লগ পালে। নৈৰ ফালৰপৰা পৰা বোধকৰোঁ ৰাণীহঁতৰ ঘৰলৈকেই সি আহিছে। ৰাণীক দেখি সি মাত লগালে, "প্ৰতাপৰ ভালনে ৰাণী!"—তাৰ মাতত বিদ্ৰূপ। চকুৰেদি যেনিবা জুইহে জ্বলিছে! নিৰণে জানে, ৰাণী এই কেইদিন প্ৰতাপহঁতৰ তাতেই প্ৰায় কটোৱা বুলি। তাৰ ঈৰ্ষা!

ৰাণীয়ে তাৰ কথাৰ কোনো উত্তৰ নিদি ফালৰি কাটি গুচি গ'ল।

নিৰণে কিছুপৰ তাইৰপিনে জ্বলন্ত দৃষ্টিৰে চাই ৰ'ল,—তাৰপিচত তীব্ৰ আক্ৰোশত কৈ উঠিল,—"হুঃ বাৰু দেখা যাব।"

নিৰণ ৰাণীৰ মাহীমাকৰ ভায়েক। মাহীমাকে তাইক এই নিৰণলৈ দিয়াৰ উদ্দেশ্যৰেই গিৰিয়েকক কৈ কৈ ৰাণীক মোমায়েকৰ ঘৰৰপৰা অনালে। ৰাণীৰ দেউতাকৰ ল'ৰা নাই—দুজনী মাথোন



ছোৱালী ৰাণীক লৈ। নিয়মমতে ৰাণীয়েও দেউতাকৰ সম্পত্তিৰ আধা অংশ পাব। সেইকাৰণে তাইৰ মাহীমাকৰ ইচ্ছা আছিল—নিৰণৰ লগত তাইক বিয়া দি তাইৰ সম্পত্তিখিনিও ঘৰতে ৰাখিব। কিন্তু ৰাণীয়ে নিচাখোৰ, চৰিত্ৰহীন, ধোঁৱাখুলীয়া নিৰণলৈ যাবলৈ মত দিয়া নাছিল। তাতে নিৰণৰ আখৰ কেইটাৰ লগতো চিনাকী নাই। এই কথাত মাহীমাকৰতো খং উঠিলেই—নিৰণৰো বৰ খং উঠিল। মাহীমাকৰ লোভ আছিল তাইৰ সম্পত্তিখিনিৰ ওপৰত; কিন্তু চৰিত্ৰহীন নিৰণৰ লোভ আছিল ধন আৰু ৰাণীৰ সুঠাম দেহাটো—দুয়োটাৰে ওপৰত। সেইকাৰণেই তাই তাক পোনকথাৰে প্ৰত্যাখান কৰাত তাইৰ ওপৰত তাৰ প্ৰতিহিংসা চৰিতাৰ্থ কৰাৰ আকাঙ্খাটো উমি উমি জ্বলি আছিল। প্ৰতাপৰ লগত তাইৰ মুকলি কথা-বতৰা আৰু তাঁহাতৰ ঘৰলৈ তাইৰ ঘন আহ-যাহে তাৰ বুকুত জুই জ্বলাই দিছিল। মাহীমাকে ছেগ চাই আছিল ৰাণীক বঞ্চিত কৰাৰ সুযোগলৈ। সেই সুযোগ মিলিল। কিন্তু নিৰণৰ শান্তি নহ'ল।

ৰাণী পুখুৰীৰ পিনেই গৈছিল—তাত তাইৰ এই পাপ দেহাটো বিসৰ্জ্জন দিব বুলি। কিন্তু পানীত নামোতেই তাইৰ মনত পৰিল প্ৰতাপৰ মাকৰ অস্থিৰ অৱস্থাৰ কথা। চকুৰ আগত প্ৰতাপৰ নিঃসহায় কৰুণ মূৰ্ত্তিটো ভাহি উঠিল। নাই, তাই নমৰে। কেলেই মৰিব? তাইৰ মনততো কোনো পাপ নাই। তাই প্ৰতাপক ভাল পায়—সৰুৰেপৰা ভাল পায়। তাক স্বীকাৰ কৰিবলৈ কোনো লাজৰ কাৰণ নাই তাইৰ। তাই মনত অনুভৱ কৰিলে,—অতি

গভীৰভাৱে উপলব্ধি কৰিলে যে আজিৰ এই বিপদৰ দিনত প্ৰতাপৰ ৰাণীকেই আটাইতকৈ বেচি আৱশ্যক—বেচি প্ৰয়োজন।

প্ৰভাত আছিল কাৰো মুখলৈ নোচোৱাকৈ, নিজৰ জোৰৰ ওপৰত নিজে থিয় হৈ থাকিব পৰা ল'ৰা। কিন্তু প্ৰতাপ তাৰ বিপৰীত; মনটো অতি কোমল, দুৰ্ব্বল! অৱলম্বন নহলে সি বাগৰি পৰি যাব খোজে—নিজক ধৰি ৰাখিব নোৱাৰে সি নিজৰ শক্তিৰে। প্ৰভাতক হেৰুৱাই সি আজি তেনেই নিঃস্ব হৈ পৰিছে,—আৰু মাক—? ৰাণীৰ মনত পৰিল ল'ৰাকালৰ কথা।

প্ৰতাপৰ মাকৰ ছুটা ল'ৰাৰ বাহিৰে ছোৱালী নথকাত ৰাণীক তেওঁ বৰ চেনেহ কৰিছিল। তায়ো নিজৰ মাকক চিনি নোপোৱাৰ দৰেই হৈছিল। প্ৰতাপৰ মাককেই মাক বুলি ভাবিছিল। এবেলি তাইৰ বৰ নৰিয়া হৈছিল। জীয়াৰ আশা তাইৰ প্ৰায় এৰিয়েই দিছিল মানুহবোৰে। তেতিয়াও প্ৰতাপৰ মাকেই নিজৰ ঘৰৰ সকলো কাম-কাজ, ল'ৰা-গিৰিহঁতৰ আপডাল কাতি কৰি থৈ—ভোকৰ ভাত, চকুৰ টোপনি এৰি দিনে-নিশাই একেৰাহে তাইক শুশ্ৰূষা কৰিছিল। তাইৰ অৱস্থা ভাললৈ নহালৈকে তাইৰ শোৱাপাটীৰ ওচৰৰপৰা তেওঁক কোনোৱেই আঁতৰাব নোৱাৰিছিল। নাই, তেনেগৰাকী মানুহক এনেকৈ বিপদত এৰি তাই মৰিব নোৱাৰে। আজি ৰাণীয়ে নেচালে আৰু তেওঁলোকক চাওঁতা নাই। ঈশ্বৰৰে ইচ্ছা,—মৰাও আজি আঁতৰত।

তাইৰ আৰু মৰা নহ'ল। উঠি, তিতা কাপোৰেৰেই প্ৰতাপহঁতৰ ঘৰৰপিনে খোজ ললে ৰাণীয়ে। মানুহে যিহকে নকওক,



তাই আজি এই বিপদৰ মুহূৰ্ত্তত তাহাঁতক এৰি, তাইৰ ডাঙৰ কৰ্ত্তব্য এটা এনেদৰে পিচ পেলাই থব নোৱাৰে। মাহীমাকে খেদি দিছে দিয়ক,—প্ৰতাপহঁতৰ লগতে তাই থাকিব নিজৰ ঘৰৰ দৰে। সৰুকালি যাক মাকতকৈও বেচিকৈ ওচৰত পাইছিল—আপডাল মৰম পাইছিল, তেওঁৰ কোলালৈকেই উভতি যাব তাই—তেওঁৰ হাতধৰি লিগিৰী হৈয়েই হ'ক। মানুহবোৰৰ ওচৰতো তাই প্ৰমাণ কৰি দেখুৱাব ৰাণী আৰু প্ৰতাপৰ সম্বন্ধ অতি পৱিত্ৰ—তাত কুৎসিত কামনাৰ লেশ মাত্ৰও নাই।......

## দহ

ৰাণী তাঁহাতৰ ঘৰত থকা দেখিও প্ৰতাপে কোনো সন্দেহ নকৰিলে। ভাবিলে, চাগৈ তাঁহাতৰ বিপদ দেখিয়েই তাই তাৰ মাকক এৰি যোৱা নাই। ভালো পালে মাকক চাবলৈ এজন নিৰ্ভৰশীল লগৰীয়াক পাই। ৰাণীৰ প্ৰতি কৃতজ্ঞতাত তাৰ অন্তৰ ভৰি গ'ল। কিন্তু তাৰ ভুল ভাগিল সিদিনাহে—যিদিনা প্ৰভাতৰ দহাৰ কাৰণে সি বাহিৰলৈ সহায় বিচাৰি ওলাল।

এই কেইদিন গাৱঁৰ কোনো মানুহেই তাঁহাতৰ বাতৰি লবলৈ অহা নাছিল। যি আহিছিল তাৰ ভিতৰত আটাইবোৰেই তাঁতী-পাৰা, হীৰাগাওঁ, ঘোপা গাৱঁৰ মানুহ। সিহঁত আহি ৰহিছিল চোতালৰ চুকতে একাষৰিয়া হৈ—বাতৰি লৈছিল চলচলীয়া চকু-

কেইটা আৰু বুকুৰ মৰমসনা কথা কেইটাৰে ;—আৰু আহিছিল ডাক্তৰজন—যাৰ হাতত প্ৰভাত ঢুকাল,—তেওঁ। পৰিয়ালৰ এটাৰ দৰে হৈ পাৰছিল তেওঁ। প্ৰতাপৰ মাকক তেওঁ মাহীদেউ বুলিছিল—প্ৰতাপক বুলিছিল বাপ, আৰু ৰাণীক মাতিছিল ভনিটী বুল। এইবোৰৰ মাজতে গাৱঁৰ বঙহ-পৰিয়াল নহাৰ কথা প্ৰতাপে পাহৰি আছিল,—মাকেও বৰ অনুভৱ নকৰিছিল। ভবাৰ ভিতৰত ভাবিছিল ৰাণীয়ে,—কিন্তু তাই মুখ ফুটাই একো কব পৰা নাছিল। হৰিখুৰাই ছুদিনমান নঙলাৰ মুখতে আহি ঘূৰা-ঘূৰি কৰিছিল—কিন্তু ভিতৰ সোমাই আৰু নাহিল।

এই আটাইবোৰ ৰহস্যৰ ওৰ পৰিল সেইদিনা, যিদিনা সি অঙহি-বঙহীৰ ঘৰে ঘৰে ফুৰিলে সহায় বিচাৰি। বঙহ নোহোৱাকৈ শবাধ হব নোৱাৰে। কিন্তু কাৰোপৰা এঘাৰ সহানুভূতিৰ মাত নেপালে সি। কোনোৱে ভালকৈ মাত নেমাতিলে তাক। কোনোৱে মহাভাৰতৰ বকলা মেলিলে,—কোনোৱে বা মাত এঘাৰিকৈ নিদিয়াকৈ পিচ দি আতঁৰ হ'ল। কোনোবাই আকৌ—"সমাজে বাধা দিছে—আমি একো কৰিব নোৱাৰোঁ" বুলি পোনকথাৰে তাক যাবলৈ কলে। এনেকি, হৰিখুৰায়ো ক'লে,—"তোক মই ভাল ল'ৰা বুলি ভাবিছিলো বৰবাপ। যা, মোৰপৰা কোনো সহায় নিবিচাৰিবি।"

পুৰোহিতে শ্ৰাদ্ধ কৰিবলৈ আহিব নোৱাৰে বুলি কলে।

পৃথিবী আৰু জীৱনটোৰ ওপৰত সকলো বিশ্বাস হেৰুৱাই উলতি আহিছিল প্ৰতাপ ; কিন্তু বাটতে নৰহৰি বাপুৱে তাক ৰক্ষা



কৰিলে। প্ৰভাতৰপৰা ইঁকে-বিইঁকে পোৱা সহায়বোৰৰ কথা তেওঁ পাহৰিব পৰা নাছিল।

গাৱঁৰ আন আন বামুণবোৰে তেওঁক ভয় দেখুৱালে এঘৰীয়া কৰাৰ—কিন্তু তেওঁ প্ৰতাপক ক'লে,—"তুমি যোগাৰ-যাতি কৰাগৈ প্ৰতাপ। মই মন্ত্ৰপাঠ কৰিম। কুৰক মোক এঘৰীয়া। কি হব মোৰ ইহঁতৰ সমাজত থাকি ? মই যেতিয়া খাজনাৰ দায়ত ভেটি এৰিব লগা হৈছিল, তেতিয়া ইহঁতৰ কোনোবাই মোক আগুৰি ধৰিছিল নে নিজৰ মানুহ বুলি! সকলো সময়তে মই পাইছিলোঁ প্ৰভাতক—দেৱদূতৰ দৰে। তুথীয়া বুলি মোৰ ঘৰলৈকে নাহে ইহঁত। কাকো ভয় নকৰোঁ মই এই মানুহবোৰৰ!" বামুণৰ বুকুত বিদ্ৰোহ জাগিছে—সমাজৰ বিৰুদ্ধে সমাজৰ শীৰ্ষস্থানীয় বামুণৰ।

যোগাৰ-যাতিৰ দিহা দি দহাৰ দিনা যাম বুলি নৰহৰি বাপুৱে প্ৰতাপক পঠিয়াই দিলে। লগতে কৈ পঠালে, "আজি-কালি এঘাৰ দিনত অশৌচ-শুদ্ধি কৰাৰ নিয়ম ওলাইছে—শাস্ত্ৰতো তাক অনুমোদন কৰিছে বহুত ঋষিয়ে। যদি তাকে কৰা বৰ ভাল হয়। নহলে এমাহলৈ এনেদৰে বৈ থকাটো টান নহবনে? মানুহবোৰে বা আকৌ কি বিপদ মাতি আনে, কোনে জানে!"

গধুৰ মন লৈ প্ৰতাপ উভতি আহিল। হায়, এই মানুহবোৰৰ কাৰণেই প্ৰভাতে দেহাপাত কৰিলে, কান্দি কান্দি মৰিল! প্ৰতাপক নিজক যিমান পাৰে কক, তাত বেয়া নেপায় সি। কিন্তু প্ৰভাত? মানুহবোৰে কৈছে, আলিমচাৰ জীয়েকজনীৰ

লগত প্ৰভাতৰ বেয়া সম্বন্ধ আছিল—তাৰ পাপতেই সি ইমান কষ্ট ভুগি মৰিল। প্ৰতাপক ছুমিয়াই থৈছে সিইঁতে, তাৰো হেনো বহুত দুৰ্ভোগ আছে। সমাজৰ চকুৰ আগতে অশৌচীয়া মানুহটোৰে লোকৰ বাগ্‌দত্তা (তেওঁলোকে নিৰণৰ কথা বুজাইছে) ছোৱালীক ঘৰৰপৰা ফুচুলাই আনি অশাস্ত্ৰীয় কাণ্ডবোৰ কৰিবলৈ ধৰিছে! ৰাণীৰো সৰ্ব্বনাশ হব—সিও নৰকত পচিব লাগিব।

তাৰ চেহেৰা দেখিয়েই ৰাণীয়ে বুজিলে, বৰ ডাঙৰ দুঃসম্বাদ এটা আনিছে সি।

প্ৰতাপ আহি অৱশভাৱে পিৰালিতে ধপকৈ বহি পৰিল। তাৰ মুখৰ অৱস্থা দেখি চকুপানী ওলাল। ওচৰ চাপি ৰাণীয়ে মাত দিলে, "বাপ্ ককাইদেউ!"

তাৰ মূৰৰ ঘিউ উতলি আছিল। গাৰ বলেৰে ৰাণীক চোতালৈ ঠেলামাৰি দি সি চিঞৰি উঠিল,—"যা আতৰ হ' কুলক্ষণী! তোৰ কাৰণেই আজি মোৰ এই অৱস্থা! এনেকি, মানুহবোৰ মোৰ দেৱতাৰ নিচিনা ভাইৰ শ্ৰাদ্ধলৈকো নাহে। কিয় আছিলি তই দিনে নিশাই ইয়াত, কোনে মাতিছিল তোক? উঃ!" বৰ ভাগৰুৱাৰদৰে চকু দুটা মুদি বেৰত আউজি বহি পৰিল প্ৰতাপ! কুমৰ কাষৰ ৰগ দুডাল দপ্‌দপ্‌কৈ জ্বলিব লাগিছে। মূৰত অসহ্য যন্ত্ৰণা—ওঁঠ শুকান।

ঠেলা খাই চোতালত পৰি থকা কাঠৰ মূঢ়া এটাত পৰি গৈ ৰাণীৰ কপাল ফাটি তেজ ওলাল, গাল আৰু মুখৰ বহুত ছাল গ'ল। মুখত তাইৰ বৰ বেজাৰৰ হাঁহি এটা ফুটি উঠিল। যাৰ



কাৰণে ইমান অপবাদ কৰ্কথনা সহ্য কৰিও তাই নিৰৱে চলি আছে, তাৰ হাতত তাইৰ আজি এই অপমান! মাহীমাকে ভাল শোধ ললে তাইৰ ওপৰত!

গালৰ ওপৰেদি বৈ অহা তেজখিনি হাতেৰে মোহাৰি তাই আকৌ প্ৰতাপৰ ওচৰলৈ গ'ল। অন্তৰৰ দুখৰ বোজা সহিবপৰা নাছিল প্ৰতাপে। তাৰ চকুৰেদি পানীৰ ধাৰ বৈছিল। আঠু দুটাৰ ওপৰত দুই হাত তুলিলৈ তাতে মূৰ পেলাই উচুপি আছিল সি। ৰাণীক সি এইবাৰ আৰু ঠেলি আঁতৰাই পঠিয়াব নোৱাৰিলে। সি বিচাৰিছিল সহানুভূতি,—অন্তৰৰ মৰমী পৰশ, যি নেকি তাৰ অন্তৰৰ আটাইবোৰ ক্ষত ধুই নিৰাময় কৰিব।

ৰাণীয়ে তাৰ মূৰত হাত ফুৰাই দি ক'লে,—"মন স্থিৰ কৰা বাপ্-ককাইদেউ—তুমি মতা মানুহ। ইমান অস্থিৰ হলেতো নহব। মানুহবোৰ এনেকুৱাই। ইহঁতেই মোক ঘৰৰপৰা উলিয়াই খেদাইছে—তোমাৰ ইয়াত থাকিবলৈ বাধ্য কৰিছে। তুমি নাজানা, মাহীআইৰ মোৰ ওপৰত অত্যাচাৰৰ কথা। সকলোকে সহ্য কৰিছিলোঁ—মুখেৰে মাত এষাৰ মতা নাছিলোঁ। কিন্তু সিদিনা সৰুবাপকাই দেউ ঢুকুৱাৰ পিচত, মিছা অপবাদ দি মোক ঘৰৰপৰা উলিয়াই পঠিয়ালে—এনেকি, চোতালতো ভৰি দিবলৈকে নিদিলে মোক—মই আৰু সহিব নোৱাৰিলোঁ। আজি মই বুজিছোঁ বাপ্‌কাইদেউ—মোৰ কেও নাই। মই তেনেই অকলশৰীয়া। দেউতা নামত আছে—ঘৰো নাইকীয়া নহয়, মানুহে দেখাত; তথাপি আজি মই বাটৰ মাগনী। মই সঁচা-

কৈয়ে কুলক্ষণীয়া। মোৰ বাবেই তোমাৰো এই দুৰ্দ্দশা! আশ্ৰয় বিচাৰি আহিলোঁ। ইয়ালৈ--দেখিলোঁ। সিও বিধাতাৰ ইচ্ছা নহয়।······মোক ক্ষমা কৰা বাপ্‌কাইদেউ। মই বৰ দুৰ্ভগীয়া। দহাৰ পিচতে মই বাৰু গুচি যাম—এই দুটা দিন ধৈৰ্য্য ধৰি থাকা। ইয়াৰ পিচত মই আৰু তোমাৰ বিপদৰ বোজা নবাঢ়াও।”—কান্দোনৰ বেগত তাইৰ মাত কঁপি উঠিল। চকুজুৰি পানীৰে উপচি পৰিল,—বেজাৰ আৰু যন্ত্ৰণাত মুখ বিকৃত কৰি তাই জোৰেৰে তলৰ ওঁঠটো কামুৰি ধৰিলে—যিমান পাৰে জোৰেৰে।

ৰাণীৰ কথা শুনি প্ৰতাপৰ উচুপনি বন্ধ হৈ গ'ল। চকুৰ পানী শুকাই গ'ল। বেজাৰৰ ঠাইত অনুশোচনাৰে তাৰ অন্তৰ ভৰি পৰিল। ছিঃ! এই নিৰ্দ্দোষী ছোৱালী-জনীক সি অপমান কৰিলে অনাহকত—কোনো বিচাৰ নকৰাকৈ? অথচ তাই যি কৰিছে, সকলো তাঁহাতৰ কাৰণেই—তাইৰ নিজৰ কাৰণে নহয়। ইয়াৰপৰা তাইৰ লোকচানৰ বাদে লাভ হোৱা নাই। নিজক ক্ষমা কৰাৰ বাট বিচাৰি নেপালে প্ৰতাপে—উঃ! সি ইমান অধম।

মূৰ দাঙি সি ৰাণীলৈ চালে। তাইৰ মুখৰ আৰু শৰীৰৰ অৱস্থা দেখি স্তম্ভিত হ'ল। কপালৰ আঘাত টুকুৰাৰ তেজ এতিয়াও ৰোৱা নাই। চকুৰপানী পৰি গালৰ ধূলিবোৰ ধুই নিয়াত মাটিৰ আচোঁৰবোৰ স্পষ্টহৈ জিলিকি উঠিছে। বাহু, চুলি আৰু কাপোৰৰ ধূলিবোৰ তেতিয়াও বগা মাটিয়া হৈ



জিলিকি আছে। আত্ম-গ্লানিৰ অনুশোচনাৰে সি অস্থিৰ হৈ উঠিল। ৰাণীৰ হাতদুখনত ধৰি মিনতিত ভাগি পৰিল সি।

“মই পশুতকৈও অধম ৰাণী। মোক তই ক্ষমা কৰ। উঃ মই বৰ পাপীষ্ঠ ৰাণী। বহুত অভিশাপ গোটালো মই,—তই আৰু অভিশাপ নিদিবি মোক, ক্ষমা কৰ। তই দেৱী, মই তোক চিনা নাছিলোঁ। কি মূৰ্খ মই!”

ইমান দুখতো ৰাণীৰ মুখত হাঁহি বিৰিঙি উঠিল। প্ৰতাপে তাইক অভিশাপ দিবলৈ হাক দিছে, ক্ষমা খুজিছে, দেৱী বুলিছে তাইক। লাহে লাহে তাই কলে,—“উঠা বাপ্‌কাইদেউ। তোমাৰ কোনো ভুল হোৱা নাই। এনেকুৱা অৱস্থাত পৰিলে অইনে হয়তো ইয়াতকৈ বেয়া ব্যৱহাৰ কৰিলেহেতেন। জেঠাইক এইবোৰ কথা নকবা। মাথো কবা যে সৰুবাপ ককাইদেৰে মুছলমানৰ শ পুতিছিল কাৰণে জ্ঞাতিসকলৰ কেৰেই কামলৈ নাহে।”

প্ৰতাপে কওঁ বুলিও তাইক কব নোৱাৰিলে, আলিমচাৰ জীয়েকৰ লগত জোৰাই দি মৃত প্ৰভাতৰ পৱিত্ৰ আত্মাক মানুহবোৰে অপমানকৰাৰ কথা। যি ভাৱেই নহওক, কথাটো সি কোনোমতেই উচ্চাৰণ কৰিব নোৱাৰিলে।

মাক গোঁসাই ঘৰলৈ গৈছিল। আজি কালি দিনটোৰ সৰহভাগ সময়েই তেওঁ গোঁসাই ঘৰত থাকে। তাৰপৰা আহি জ্ঞাতি-বন্ধুবোৰৰ দহালৈ নহাৰ কথা শুনি স্তব্ধ হৈ ৰ'ল। নিশ্চল শিলামূৰ্ত্তিৰ দৰে থিয় হৈ থাকিল কিছুপৰ। হায়,

কাৰ কাৰণে প্ৰভাতে তাৰ অমূল্য প্ৰাণটোও হেৰুৱালে! তেওঁৰ চকুত পানী নোলাল—ওলাল জুইৰ শিখা; "থক্ বাপ। আমি কেইজনেই তাৰ মুখৰ ছুৱা গুচাম। সিহঁত আহি মোৰ সৰুবাপৰ পবিত্ৰতাক ছুৱা কৰিব নেলাগে। জ্ঞাতি নহলে যদি নহয়,—হীৰা গাওঁ, ঘোপা গাওঁ, তাঁতীপাৰাৰ মানুহ আছে—সিহঁতেই মোৰ জ্ঞাতি!"

প্ৰতাপে নৰহৰি বাপুৰ কথামতে কাম কৰিলে।

এঘাৰ দিনৰ দিনা প্ৰভাতৰ শৰাধ শেষ হ'ল। সকলো কাম শেষ হোৱাৰ পিচত প্ৰতাপে বিছনাত পৰি পৰি বহুত কান্দিলে,—"নোৱাৰিলো সৰুবাপ_ তোৰ উপযুক্ত সন্মান মই দেখুৱাব নোৱাৰিলোঁ। মোক ক্ষমা কৰিবি—মই যে অক্ষম!"

গুচি যোৱা জনৰ কাৰণে আত্মীয়বোৰে সদায় এনেদৰে কান্দে। থকাৰ সময়ত তাৰ বিচাৰ লবলৈকো হয়তো পাহৰা যায় কেতিয়াবা।

প্ৰতাপৰ মাকে ৰাণীৰ মাহীমাকে তাইৰ ওপৰত কৰা অনাচাৰ অত্যাচাৰ আদিৰ কথা জানিছিল, আৰু বুজিছিল, যে তেওঁলোকৰ তাত যেতিয়া তাই ইমানদিন আছে, আৰু ইমানদিনৰ ভিতৰত এদিনো তাইৰ মাহীমাক বা দেউতাক কোনোৱেই তাইৰ কোনো বাতৰি নললে,—ৰাণীৰ বাবে তাহাঁতৰ ঘৰৰ দুৱাৰ বন্ধ। তাইক আঁতৰাব পাৰি মাহীমাকেও চাগৈ উশাহ লৈ বাচিছে, আৰু ৰাণী এতিয়া ঘৰলৈ গ'লে তাইৰ ওপৰত অত্যাচাৰ বাঢ়িবহে। গতিকে, প্ৰতাপৰ মাকেই তাইক আশ্ৰয় দিব লাগিব। মাক মৰা ৰাণীৰ



প্ৰতিও তেওঁৰ এটি কৰ্ত্তব্য আছে। তাই যদি এই কেইদিন প্ৰতাপ আৰু তেওঁক নেচালেহেঁতেন, তেন্তে অকলে নিজক আৰু ঘৰখনক যে তেওঁ কেনেদৰে চম্ভালিলেহেঁতেন, তাৰকথা তেওঁ ভাবিবও নোৱাৰে।

শৰাধৰ পিচদিনা তেওঁ ৰাণীক কোলালৈ টানি আনি চুলিত হাত বুলাই ক'লে—"তই মোক এৰি নেযাবি আই! প্ৰভাতৰ ঠাই তয়েই পূৰাবি—প্ৰতাপৰ ভাৰ লবি।"

ৰাণীৰ মনৰ এটা চুক জিপাল হৈ উঠিল—এটা ৰঙীণ মোহত—"প্ৰতাপৰ ভাৰ লবি!" হাততে সৰগ ঢুকি পোৱা যেন পালে তাই। কিন্তু ছিঃ! প্ৰতাপৰ প্ৰতিতো কোনো কামনা নাই ৰাণীৰ। মানুহবোৰে বহুত হাঁহিছে—আৰু হাঁহিবলৈ থল নিদিয়ে তাই।

* * * *

## এঘাৰ

ইয়াৰ দুদিন পিচত প্ৰতাপ নগৰলৈ গ'ল। তাত ডাক্তৰজনক লগ ধৰিলে। সকলো খা-খবৰ কোৱা হলত সি কলে যে প্ৰভাতে কোৱামতে আমবাৰীৰ চাৰিপুৱা মাটিৰ এবিঘা সি গাৱঁৰ হস্পিটেল এটাৰ কাৰণে আৰু তাঁহাত নিজে থকা ঘৰটো গাৱঁৰ স্কুলৰ কাৰণে দিব খোজে। মাটি ডোখৰ থাকক। গাৱঁৰ এইবোৰ যদি সহ্য কৰিব পৰা হয় কেতিয়াবা—আকৌ আহিব। গাৱঁ একেবাৰে এৰাৰ ইচ্ছা প্ৰতাপৰ নাই।

কথা শুনি ডাক্তৰ জাপ মাৰি উঠিল।—"কিয় দান কৰিব লাগিছে সেই মানুহবোৰৰ কাৰণে! প্ৰভাতে সিহঁতৰ কাৰণে কি নকৰিছিল,—তথাপি তাকেই সিহঁতে অপবাদৰ বোজা চপাই দি অপমানৰ শেষ নাইকীয়া কৰিলে। যাওক,—দৰকাৰ নাই প্ৰতাপ। অপৰাধবোৰ এনেদৰে ক্ষমা কৰি থকাৰ কাৰণেই মানুহবোৰে ইমান সাহ পায়।"

প্ৰতাপে হাঁহে।—"খং কৰি কি হব ককাইদেউ! আমাৰ নিজৰেই মানুহ সেইবোৰ। সিহঁতৰ পতন আমাৰেই কলঙ্ক। বাহিৰৰ পোহৰ নোপোৱা, শিক্ষাৰ আভাষ নোপোৱা আমাৰ ৰাইজক তেওঁলোকৰ উধাৰ নোৱাৰা মনটোৰ কাৰণে ধিক্কাৰ দিওঁ। কিন্তু, আমিয়েই বা কি কৰিছোঁ শিক্ষা পাই! আমাৰ মাজত এওঁলোকতকৈও অধম নাইনে বাৰু! থাওক বাৰু সেইবোৰ কথা। নিজৰ হীনতাৰ কথা আৰু কিমান আলোচনা কৰিম। কিন্তু মোক উকীল এজন দিয়ক ককাইদেউ! দানপত্ৰ যিমান সোনকালে হয় শেষ কৰি পেলাব লাগে। আপুনি সাক্ষী হব লাগিব। সৰুবাপৰ কাৰণে একোকে কৰা নাই মই—ককায়েকৰ কৰ্ত্তব্য একোকে কৰিব পৰা নাই। সিয়েই মোৰহঁকে খাটি মৰিছিল। যেনেকৈ হ'ক, এইখিনি মই কৰিবই লাগিব ককাইদেউ!" শেষৰ ফালে তাৰ মাত আৱেগত কঁপি উঠে।

× × × ×

দানপত্ৰ শেষ হোৱাৰ পিচত, বাকীখিনি খেতিৰ মাটি মাকক সুধি প্ৰতাপে নগৰৰে মাৰোৱাৰী মহাজন এজনৰ তাত বিক্ৰী কৰিলে।



গাৰ'ত সি থাকিব নোৱাৰে। কিন্তু আন ঠাইত খোপনি পুতিবলৈ হলেও হাতত কিছু টকা তো লাগিব। নিজে পাম পাতি খেতি কৰাৰ শক্তিও নাই তাৰ,—আন আন শিক্ষিত ডেকাৰদৰে পুথিগত বিদ্যাহে। দৈহিক পৰিশ্ৰম কৰি খাটি খাব পৰা বিদ্যা, শক্তি কোনোটিয়েই নাই তাৰ।

মাটি বেচি সি ৩৪০০৲ টকা পালে। তাৰে পাঁচ শ সি লোকেল বোৰ্ডৰ অফিচত জমা দিলে হীৰাগাৰ'ত পুখুৰী খনাবলৈ। প্ৰভাতৰ কোনো ইচ্ছাকেই অপূৰ্ণ নাৰাখে প্ৰতাপে।

ইয়াৰ পিচত নগৰলৈ উঠা দি যোৱাৰ আগতে নৰহৰি বাপুৰ তালৈ গ'ল প্ৰভাতে। দুশ টকা বাপুৰ হাতত দি সি ক'লে,—"আপোনাৰ মৰম মই পাহৰিব নোৱাৰিম দেউ আমাক আপুনি নেপাহৰিব।" আৰু দুশ টকা সুকীয়াকৈ দিলে প্ৰভাতৰ কাৰণে এটা সোঁৱৰণী ঘৰ শ্মশানত সাজিবলৈ।

নৰহৰি বাপুৰ মুখ কৃতজ্ঞতাৰে ভৰি পৰিল। মৰ্ম্মাহত সুৰত তেওঁ কৈ উঠিল,—"আমি এই পুৰুহিত শ্ৰেণীটো ভিক্ষুক,—এৰা, ভিক্ষাইতো—তাৰ ওপৰতে জীয়াই থাকোঁ। কিন্তু তথাপি তোমাৰপৰা এইখিনি আশা কৰা নাছিলোঁ বাপ্! দুখীয়া হলেও মই দৰিদ্ৰ নহয়। সৰু বাপৰ ওচৰত মই বহুত ধৰুৱা—তাক মই নিজৰ ল'ৰাৰ দৰে ভাবিছিলোঁ। এই টকা মই লব নোৱাৰোঁ।"

প্ৰতাপৰ চকু দুটা চলচলীয়া হৈ গ'ল এই প্ৰত্যাখানত। ক্ষমা ভিক্ষাৰ করুণ সুৰত হাতজোৰ কৰি সি কলে, "ই তো ভিক্ষা নহয় দেউ,—দান কৰাৰ শক্তিও মোৰ নাই। ই মোৰ প্ৰীতিৰ

অৰিহণা—নেওচন দি মোক আৰু বেজাৰ নিদিব। চিৰঋণী মই আপোনাৰ ওচৰত!"

ইয়াৰ পিচত দেউৰে আৰু তাক ওভোটাই পঠিয়াব নোৱাৰিলে, মাথোন ক'লে,—'বুজিছা বাপ., জীৱনৰ শেষ পাইছোঁহি; তথাপি সত্য আৰু ন্যায়ৰ ওপৰত মোৰ বিশ্বাস আছে। তাৰ জোৰতেই আজিও মই এইবোৰৰ মাজত অকলে অকলে চলিব পাৰিছোঁ। মোৰ কাৰণে চিন্তা নকৰিবা—ভগৱানে চলাই নিব এনেকৈ। ঈশ্বৰত মোৰ বিশ্বাস আছে।" বুকুৰ মাজলৈ আঙ্‌লিয়াই দেখুৱাই দিয়ে বাপুৱে।

× × × ×

প্ৰতাপে গাৱঁ এৰিলে। আহিবৰ সময়ত গাৱঁৰ পথাৰ, গছ-গছনি, নৈ, ঘৰ-বাড়ী,—মানুহবোৰলৈ চকু ফুৰাই চাই ললে সি। বুখুখন বেজাৰে হেঁচি ধৰিলে। ঘনাই মনত পৰিল— "back to village" কিন্তু মাকে ঘৰ এৰি আহিব নোখোজে— ভৱি নচলে। তেওঁৰ ভেটিত স্বামীৰ পূৰ্ব্বপুৰুষ, আৰাধ্য দেৱতা স্বামীৰ, বুকুৰ ধন প্ৰভাতৰ স্মৃতি মিহলি হৈ আছে। গাৱঁৰ তিৰোতাবোৰে, সৰু সৰু ল'ৰা-ছোৱালীবোৰে নঙলাত ওলাই ওলাই সিহঁতক চালে। কাৰো কাৰো চকুত পানীও দেখা গ'ল। কিন্তু উপায় নাই—সমাজৰ শাসন দণ্ডৰ তলত সকলো অসহায়।

বাটত নৰেণ, মাজু আৰু অৱনী থিয় হৈ আছিল—গছ এজোপাৰ তলত। প্ৰতাপহঁতৰ গৰু গাড়ীখন দূৰৈতে দেখি নৰেন লৰি আহিল। তাৰ চকুয়েদি পানীৰ ধাৰ বৈছে,—"বাপ. কাইদেউ! জেঠাইদেউ! আমাক পাৰিলে ক্ষমা কৰিব—আমি অধম।" মাজুৱে গছৰ তলতে বহি পৰি দুইহাতেৰে মুখখন ঢাকি ধৰিলে। অৱনী গছত আউজি শূন্য দৃষ্টিত আকাশলৈ চাই ৰ'ল।



ব্যক্তি—পৰিয়াল—সমাজ! সমাজৰ ওপৰত বিতুষ্ট হলেও ইহঁতে,—ব্যক্তিয়ে পৰিয়ালক আওকাণ কৰিব নোৱাৰিলে; সমাজক নেওঁচাৰ সাহস নহল সেই কাৰণে ইহঁতৰ। অথচ, ইহঁতে কি কৰিব নোৱাৰে······!

আধা বাটৰপৰা নৰেণ আকৌ উলটি যায়। শক্তিয়ে নুকুলায় তাৰ—ইমান ধৃষ্টতা প্ৰকাশৰ।

প্ৰতাপৰ মাকৰ চকু কেইটা এবাৰ জ্বলি উঠি আকৌ চকুৰ পানীৰে উপচি যায়। প্ৰতাপৰ ওঠত এটা হাঁহি বিৰিঙে— চিন্তাক্লিষ্ট হাঁহি! ৰাণীয়ে মাথোন বাহিৰৰ পিনে চাই থাকে গম্ভীৰ দৃষ্টিত। গাড়ী আগবাঢ়ি যায়।

× × × ×

ষ্টেছনত হৰকান্তৰ বহাতে উঠিল সিহঁত। এমাহমান সান্নি- পাতত ভুগি ভুগি হৰকান্ত তাৰ দুদিন আগতেহে কোনোমতে উঠি বহিবপৰা হৈছে। প্ৰভাতৰ কোনো বাতৰি তেওঁ লব পৰা নাছিল। প্ৰতাপৰ মুখত সকলো শুনি তেওঁ হুক্ হুকাই কান্দিলে। প্ৰতাপৰ মাকেও এবাৰ হেপাহ পলুৱাই কান্দি ললে।

হৰকান্তৰ অৱস্থা দেখি প্ৰতাপে ভয় খাই গ'ল। প্ৰতাপৰ মনত খেলালে, হৰকান্তৰ আয়ুস আৰু বৰ বেচি এবছৰহে যদি

আছে। লোকৰ কাৰণে খাটি মৰা এই মানুহবোৰৰ এনে দুৰাৱস্থা দেখি তাৰ বুকু ভেদি তপত হুমুনিয়াহ এটা ওলাই যায়,—"আমি কিমান আগবাঢ়িছোঁ?"

## ৰাৰ

বীণাক সঁচাকৈয়ে বান্ধি ৰখা টান হ'ল। তাই ক'ত ফুৰে তাৰ ঠিকনা নাই। মাকে তাইক বুজাই-বৰাই, গালি-শপনি পাৰিও একো কৰিব নোৱাৰিলে।

—সেইদিনাও তাই আবেলিতে অজয়ৰ লগত ওলাই গৈছিল।

বৰুৱাৰ বীণাহঁতৰ বিষয়ে বৰ চকু-কাণ দিয়া কোনো দিনেই অভ্যাস নাছিল। কিন্তু সিদিনা হঠাতে ৰাতি ভাত খোৱাৰ সময়ত বীণাৰ বাতৰি ললে,—'বীণিক দেখোন দেখা নাই অ' বীণি? তাইৰ কিবা অসুখ নেকি?"

বীণা চক্খাই উঠিল। কি বুলি কব তাই। একো কব নোৱাৰি মুখেৰে অঁফুট শব্দ এটা কৰি দেউতাকৰ ওচৰৰপৰা আঁতৰি গ'ল। তাই তেনে কৰা দেখি বৰুৱাৰ বুকুখন চিৰিং কৰি উঠিল;—কিবা হৈছে নেকি তাইৰ! বৰুৱানীক মাতিলে, "বীণিৰ কি হৈছে বীণিৰ মাক্?"

মাকেও অলপ সময় মাতিব নোৱাৰিলে। পিচত লাহে ক'লে,—"তাই দেখোন আবেলিতে ওলাই গ'ল—অহাই নাই।"



আবেলিতে ওলাই গৈছে! এতিয়াও অহা নাই! ইমান নিশালৈ! কাৰ লগত গৈছে—ক'লৈ গৈছে? কি দৰকাৰ তাইৰ বাহিৰত ইমান নিশালৈকে?—বৰুৱা বজ্রপাত হোৱা মানুহৰদৰে থৰ হ'ল।

বৰুৱানীয়ে আকৌ ক'লে,—"মই আগতে কৈছিলোঁ আপোনাক তাইৰ বিয়াৰ যোগাৰ কৰিবলৈ। আপুনি মন নকৰিলে। কিন্তু এতিয়া তাৰ ফল······।"

বৰুৱাই বাঘৰদৰে গৰ্জ্জি উঠিল,—'মনে মনে থাকা বীণিৰ মাক! লাজ নালাগিল তোমাৰ এই কথা কবলৈ? ছোৱালীক যদি চম্ভালিব নোৱাৰা—তুলিছিলা কিয়?" পাতৰ ভাত পাততে এৰি বৰুৱা উঠি গ'ল—চকুৰেদি যেনিবা জুইহে ওলাইছে। মূৰতো ভীষণ দপদপনি।

দুই হাতেৰে কুম দুটাত টিপা মাৰি ধৰি বৰুৱা তেওঁৰ অফিছ ৰুমতে বহি থাকিল—বীণা কেতিয়াকে আহে তালৈ বাট চাই।

ভয় আৰু আশঙ্কাত বৰুৱানীয়েও ভাত খাব নোৱাৰিলে। বাৰান্দাত থিয় হৈ থাকিল চকুত পানী আৰু মনত ভীষণ দুশ্চিন্তা এটা লৈ। আজি কি হব কোনে জানে?

বীণাই ভাত দুটামান লাৰি-ছাৰি এৰি থৈ আহি বিছনাত পৰিল যদিও, তাইৰ টোপনি নাহিল। এই পৰিণতিকে তাই আশঙ্কা কৰি আছিল। ছিঃ! ঘৰৰ চাকৰ-ৰান্ধনী—বাহিৰৰ কাৰো আগতে মুখ উলিওৱাৰ বাট নেৰাখিলে বীণাই।

এঘাৰ বাজিল—বাৰ বাজিল—এক বাজি গ'ল, তথাপি বীণাৰ দেখা-দেখি নাই। হঠাৎ বাহিৰত মটৰ ৰোৱাৰ শব্দ শুনি চক্ খাই বৰুৱাই খিৰিকীৰ পৰ্দাখন অকণমান দাঙি বাহিৰলৈ চালে। দেখিলে বীণাক তাতে নমাই থৈ মটৰখন গুচি গ'ল।

বীণাই লাহে লাহে গেট খন খুলি ভিতৰ সোমাই আহিল। তাই অহা দেখি মাকৰ বুকুখনে ধান বনাদি বানিবলৈ ধৰিলে। তুমিহে জানা প্ৰভু, আজি কি আছে কপালত!

ভিতৰলৈ গ'লে বৰুৱাৰ অফিছ ৰূমৰ সমুখেদি যাব লাগে। সেইখিনি পোৱা মাত্ৰে বীণাৰ কাণত পৰিল—দেউতাকৰ কঠোৰ গুৰু গম্ভীৰ। মাত "বীণা!"

অতৰ্কিতে আহি বুকুত খুন্দা মৰা তীক্ষ্ণ কাড় এপাতৰ দৰে মাতষাৰ বীণাৰ বুকুৰ যেন ইফাল-সিফাল সৰকি গ'ল!

দেউতাকে যে তাইৰ কাৰণে ৰাতি ইমান পৰলৈকে বৈ থাকিব পাৰিব, বীণাই ভাবিবই পৰা নাছিল। ভয়তে তাইৰ গোটেই শৰীৰটো জিমজিমাই গ'ল। কঁপা কঁপা ভৰিৰে গৈ কোনোমতে তাই দেউতাকৰ আগত তলমূৰ কৰি থিয় দিলে। তাইৰ চুলিবোৰ বিশৃঙ্খল, মুখত শ্ৰান্তি আৰু ভয়। মাক বাহিৰত বৈ থাকিল, চুলিৰ আগত জীৱটো বান্ধি—ভৱিষ্যতৰ কাৰণে বাট চাই।

কিন্তু ভবা ধৰণে একোৱেই নহ'ল। বৰুৱাই বীণাক গালি নেপাৰিলে—ককৰ্থনা নকৰিলে—মাত্ৰ সুধিলে, 'কলৈ গৈছিল,



কাৰ লগত?" মাত তেওঁৰ অস্বাভাৱিক ভাৱে শীতল আৰু স্থিৰ।

বীণাই উত্তৰ দিব নোৱাৰিলে। তলমূৰকৈ থাকিল—জোতাৰ আগেৰে মজিয়াত আঁকি আঁকি। নিজৰ এই অধঃপতনৰ কথা তাই দেউতাকৰ আগত কোন মুখে কব?

—"উত্তৰ দে।"

বজ্ৰবদৰে গম্ভীৰ এই মাতৰ আগত তাই নিজক চম্ভালি ৰাখিব নোৱাৰিলে। মুখৰপৰা আপোনা আপুনি ওলাই আহিল "পাণ্ডুলৈ।"

"লগত কোন আছিল?"

"অজয় দত্ত!"

অজয়—সেই লম্পট, ভীষণ মদপীটো! বৰুৱা কিছু সময় আন্ধাৰলৈ চাই স্তব্ধ হৈ ৰ'ল। তাৰ পিচত লাহে লাহে কিতাপত চকু থলে আকৌ।

"যা, আজিৰ পৰা তই ক'লৈকো ওলাব নোৱাৰ।" একেবাৰে শেহ ৰায়।

বীণাৰ উচ্ছৃঙ্খল মনটোৱে উদ্ধতভাৱে মূৰ দাঙি উঠিল। তাই কিবা কবলৈ খুজিলে—কিন্তু নোৱাৰিলে।

অলপপৰ তলমূৰকৈ থিয় দি থাকি লাহে লাহে তাই নিজৰ কোঠালৈ সোমাই গ'ল। মাকে পিচে পিচে গ'ল।

"চা বীণি—মই তোক আগতে কৈছিলোঁ—সেইবোৰ এৰি দে। কিন্তু তই আমাৰ মুখ লুকাবলৈ ঠাই নাইকীয়া কৰিলি—শতুৰক হহুঁৱালি।"

বীণাৰ উত্তৰ দিবলৈ একোৱেই নাছিল তেতিয়া ! মনৰ অৱস্থাও নাছিল উত্তৰ দিয়াৰ। সেই কাপোৰ কানিবেই তাই বিচনাত পৰি কান্দিবলৈ ধৰিলে। মাকে তাইক কোনো সান্ত্বনা নিদিলে —যত্নও নকৰিলে তাইক নিচুকনি দিবলৈ। কান্দি কান্দিয়েই যদি তাইৰ কিবা চেতনা হয়—হ'ক। তেওঁ শুবলৈ গ'ল।

বীণাই কান্দিয়েই থাকিল গুমৰি।

## তেৰ

প্ৰতাপ থকা পুৰণি মেছটো। লৰাহঁতে বাৰান্দাৰ ডাঙৰ মেজখনৰ চাৰিওকাষে ঠিয় হৈ কেৰম খেলি আছিল। এনেতে ধোবাটো আহিল।

"কপড়ে বাবু"—মূৰত তাৰ মস্ত কাপোৰৰ বোজা এটা।

"ৰাখো হিয়াঁ।" বিনয়ে চিঞৰি কয়। আটাইমখাই কাপোৰ চোৱাত লাগে।

"এ, মোৰ উৰমল? উৰমল চাৰিখন দিছিলোঁ নহয়,— এখনহে আনিছ দেখোন! ইচ্ নোৱাৰি আৰু ইহঁতৰ লগত। উৰমলবোৰ সদায় হেৰুৱায়। যদি ছখন দিয়া আনি দিব চাৰিখন, চাৰিখন দিলে দুখন,—তিনিখন দিলে এখন! ই কি কথা!" আক্ষেপ আৰু খঙৰ মিহলি ভাৰত পূৰ্ণই কয়।

"Handkerchief decreases arithmatically as given to the washerman" দেবেনে তথ্য আৱিষ্কাৰৰ ভঙ্গীত কয়!



"ৰ'চোন ধেমালি থ। এইটো জানো ভাল কথা হৈছে? এই, এইচা হোনেচে কৈচে হোগা। উৰমল কঁহা"—ধমক দি সোধে পূৰ্ণই।

"ক্যা জানে বাবু! চোটা কপড়া, কঁহিসে ৰহনা হোগা। আচ্ছা হাম দেখেগা ঘৰমে।" ধোবাই কয় অতি সাধাৰণ ভাবে। যদিও সকলোৱে জানে, ঘৰমে দেখোঁতেই থাকিব—উৰমল আৰু নোলাব। উৰমলটো সাধাৰণ কথা—ধুতি, পাইজামা, চোলা, টাৱেল, বিচনা-চাদৰ পৰ্য্যন্ত হেৰায়।

অজিতে কয়,—"উৰমলো আৰু ধোবাক দিয়েনে? গা ধোওঁতে হাতত লৈ মোহাৰি দিলেই হৈ যায়।" আঁতৰি যায় সি সিহঁতৰ ওচৰৰ পৰা। এইবোৰ সি ভাল নাপায়। সি নিজে ধোবাক কাপোৰ নিদিয়ে,—নিজেই ধোৱে। কয়—"মেছত আছোঁ— কোনো কাম-কাজ নাই—কলেজলৈ যোৱা আৰু পঢ়াৰ বাহিৰে। কাপোৰখিনিও ধুই লব নোৱাৰিম নে?"

লেতেৰা কাপোৰৰ টোপোলাটো ধোবাই বান্ধি থাকোঁতেই এজন মানুহ মেছলৈ সোমাই আহিল। হাতত কিতাপ কিছুমান।

"প্ৰৱন্ধ, গল্প, কৱিতাৰ কিতাপ কিনিবনে আপোনালোকে?" কিতাপ বেচোঁতা মানুহজনে সোধে।

"কিতাপ? অসমীয়া কিতাপ নেকি? এই—কোনে পঢ়ে এইবোৰ।"

"প্ৰৱন্ধ আৰু কৱিতাৰ কিতাপ কিয় আনিছা? চাওঁ গল্পৰ খন কি?"

"নাই বোপাই মোৰ পইচাই নাই কিতাপ কিনিবলৈ। এটকাহে আছে—চিনেমা চাব লাগিব!"

"বাকীকৈ দিয়া যদি দিব পাৰা।"

"এঃ! পঢ়িছোঁৱেই এইবোৰ কিতাপ আগতে।"

নানান কথাৰ ফৰ্মূটি উফৰি পৰিল মানুহজনৰ গাত। শেহৰজনৰ কথাৰ সূত্ৰধৰিয়েই উত্তৰ দিবলৈ আৰম্ভ কৰে মানুহ জনে—"প্ৰেছৰ পৰা অনা দেখোন দুদিনহে হ'ল কিতাপকেখন, আপুনি ক'ত পঢ়িলে? আৰু অসমীয়া কিতাপ বুলি নিকিনে? অসমীয়াই যদি অসমীয়া কিতাপ নপঢ়ে, কোনে পঢ়িব? আন মানুহে পঢ়িবলৈ অসমীয়া সাহিত্যক গঢ়ি উঠাৰ সুযোগকেই নিদিয়ে দেখোন আপোনালোকে। কিতাপ লিখি যদি খাবলৈ নাপাই শুকাই মৰিব লগা হয় লিখকৰ—কোনে সাহিত্য সৃষ্টিৰ কাৰণে সময় নিয়াব? সকলোৱেইতো ৰবি ঠাকুৰৰ দৰে সোণৰ চৰুত হাত দি ওপজা নাই যে বিক্ৰি হ'ক-নহ'ক, অকল নিজৰ তৃপ্তিৰ কাৰণেই সাহিত্য ৰচিব। আপোনালোক শিক্ষিত—দুদিন পিচত দেশৰ শাসন কৃষ্টিৰ ধৰণী হব। আপোনালোকেওতো সেই-পিনে কানসাৰ নিদিয়ে। চিনেমা চাবলৈ, চিগাৰেট পুৰিবলৈ ধনৰ অভাব নহয় আপোনালোকৰ, অসমীয়া কিতাপ এখন কিনিব লগা হলে, কোনো অনুষ্ঠানত দিব লগা হলেই গাঠি উদং হয়।" উত্তেজনাত ৰঙা পৰি যায় মানুহজন।

পূৰ্ণবো খং উঠে,—"কিহৰ অধিকাৰত ইমানবোৰ কথা আমাক শুনাব আপুনি? আমাৰ ইন্টাৰেষ্ট নাই—আমি নিকিনোঁ, বেচ।



কিন্তু আমাক বাধ্য কৰিবলৈ আপুনি কোন?" দ্বন্দ্ব যুদ্ধত সাজু সি। বাকী লৰাবোৰে মিচিকি হাহেঁ। ঘটনাটো উপভোগ কৰিছে সিহঁতে।

মানুহজন অলপ শান্ত হয়। 'ক্ষমা কৰিব। মোৰ দেশৰে মোৰেই ভাই বুলি তাৰেই অধিকাৰৰ দাবীত কলোঁ এই কেষাৰ কথা। বাৰু যাওঁ।" কিতাপবোৰ সামৰি যাবলৈ ওলায় মানুহজন।

পিচ পিনৰ পৰা দেবেনে কয়—"অজিত থাকিলে কিনিলে হেঁতেন। কলৈ গ'ল গাধটো।"

মন্তব্য কৰা তাৰ স্বভাৱ।

সেইদিনাই গধূলি সেইটো মেছতে আহি মাক আৰু ৰাণীৰে সৈতে প্ৰতাপ উপস্থিত হল। তাক দেখিয়েই লৰাহঁতে চিঞৰি উঠিল,—"ধন্যবাদ প্ৰতাপ।" কিন্তু তাৰ পিচে পিচে নমা মাক আৰু ৰাণীক দেখি নিমাত হৈ গ'ল। প্ৰতাপেও পোনতে বুজিব নোৱাৰিলে কথাটো কি। পিচতহে শুনিলে, তাৰ পৰী-ক্ষাৰ খবৰ দহদিনমান আগতেই ওলাইছে—সি প্ৰথম শ্ৰেণীৰ প্ৰথম হৈছে। অধ্যাপক বৰুৱায়ো খবৰ লৈছিল হেনো তাৰ। বিপুল বিপৰ্য্যয়ৰ পিচত আজিহে সি মাথো এটা সুখৰ পৰশ তাৰ মনৰ ওপৰেদি বৈ যোৱা যেন পালে।

প্ৰতাপক এনেকৈ দলে-বলে অহা দেখি লৰাহঁতে মনে মনে বিৰক্তি অনুভৱ কৰিলেও ৰাণীৰ দৰে ধুনীয়া গাভৰু এজনী দেখি সেই বিৰক্তি তল পৰিল। নিশাৰ কাৰণে অজিতে প্ৰতাপৰ

মাক আৰু ৰাণীলৈ তাৰ কোঠাটো এৰি দিলে। দেৱেনৰ কোঠাতেই ইহঁত তিনিওৰে—প্ৰতাপ, অজিত আৰু দেৱেনৰ ব্যৱস্থা হ'ল।

দুদিন পিচতে ভেৰনীয়া ঘৰ এটা ঠিক কৰি প্ৰতাপে মাক আৰু ৰাণীক তালৈ লৈ গ'ল।

দেৱেনে তাৰ কাণত ফুচ্‌ফুচাই সুধিছিল—"তোৰ দেখোন ভনীয়েৰ নাই বুলি কৈছিলি অ' প্ৰতাপ! ছোৱালীজনী তেনেহলে কোন?"

প্ৰতাপে চক্‌খাই উঠে। ৰাণী তাৰ কোন? লৰালৰিকৈ সি উত্তৰ দিছিল—"তাই মাহীৰ জীয়েক ভনী।"

সিহঁতে আৰু একো সন্দেহ নকৰিলে।

*  *  *

যদিও প্ৰতাপৰ এম.-এ. পঢ়াৰ ইচ্ছা প্ৰবল আছিল, তথাপি এতিয়া আৰু সি নপঢ়ে' বুলিয়েই ঠিক কৰিলে। হাতত যিখিনি টকা আছে গুৱাহাটী নগৰত ভেৰনীয়া ঘৰত থাকি তিনিটা প্ৰাণী পোহ যাওঁতে সাত আঠ মাহতে শেষ হব। সেইকাৰণে সি চাকৰি এটাকে বিচাৰ কৰিছিল আজি দুমাহ কাল ধৰি। ক'তো একো ঠিক কৰিব নোৱাৰি সেইদিনা "এমপ্লয়মেণ্ট এক্‌চেঞ্জত"তেই নাম ভৰ্ত্তি কৰি আহিল সি। মনতে ভাবি আহিল—"টিউছন" দুটা ঠিক কৰিব দুবেলা।

সি আহি ঘৰত সোমাইছেহে, এনেতে সি থকা মেছটোৰ কাম কৰা লৰাজন আহি উপস্থিত হ'ল। হাতত এখন চিঠি।



চিঠিখন বৰুৱানীয়ে লিখিছে। মেছলৈ পঠাই দিছিল—সি লৈ আহিছে বৰ জৰুৰী দৰকাৰ হেনো। আজি আবেলিতে মাতিছে। 'বাৰু' বুলি কৈ লৰাজনক সি পঠিয়াই দিলে।

প্ৰতাপ অলপ আচৰিত হ'ল। কিহৰ ইমান দৰকাৰ বৰুৱাৰ, কিবা টান অসুখ হ'ল নেকি? সি অৱশ্যে যাব লাগিছিল—গুৱাহাটীলৈ অহাৰ পিচতে। কিন্তু যিহে জহল এই কেইদিন,—সুবিধাই কৰিব পৰা নাছিল সি। নে বীণা বীণাৰে কিবা, নহলে……। ভাবি ভাবি সি একো বুজি নেপালে। বৰুৱাৰ ঘৰৰ কথা সুধিবলৈকো মনত নপৰিল তাৰ, ইমান দিন নিজেও যোৱা নাই। সেই কাৰণেই মাতিছে চাগে। নহলে, সি এম.-এ. নপঢ়াৰ কথা শুনিছে নেকি বৰুৱাই! জানোচা তাকে শুধিবলৈকেই মাতিছে। কিন্তু বৰুৱাই নিলিখি, বৰুৱানীয়ে লিখাৰ অৰ্থ কি? আগেয়েতো বৰুৱাই নিজেই লিখিছিল,—দৰকাৰ হ'লে।

কথাৰ একো উৱাদিহ নেপাই মাক আৰু ৰাণীক বৰুৱাৰ তাৰপৰা আহোঁ বুলি কৈ চিন্তান্বিত ভাৱে সি ওলাই গ'ল।

বৰুৱাৰ ঘৰ পাই সি বুজিলে, ঘৰৰ অৱস্থা থম্‌থমিয়া, কাৰো মাত বোল নাই। বীণাক সি চকা-মকাকৈ এবাৰ দেখিলে,—তাক এবাৰ প্ৰতাপদা আহিছে বুলি মাত দিয়েই আঁতৰি গ'ল। ইয়াৰ একো সি তৎ ধৰিব নোৱাৰিলে। সদায় যোৱাৰ দৰে অভ্যাসতে সি খট্‌খটিৰে ওপৰ মহলালৈ উঠি গ'ল।

বৰুৱানীয়ে বাৰান্দাতে বহি আছিল মূঢ়া এটাত। মুখ অসম্ভৱ গহীন। তাৰ কাৰণেই বাট চাই আছিল তেওঁ। প্ৰতাপক দেখি মাতি নি শোৱা কোঠাত বহুৱালে গৈ। কেতবেলিলৈকে তেওঁ একো নকলে—মনে মনে বহি থাকিল। প্ৰতাপ মনে-মনে বৰ অধৈৰ্য্য হৈ উঠিল। এই অস্বাভাৱিক অৱস্থা তাৰ ভাল লগা নাছিল। কি কথা আছে সোনকালে হৈ গ'লেই ভাল পায় সি।

বৰুৱানীয়ে কথা আৰম্ভ কৰিলে।

"বোপা, মই তোমাক নিজৰ লৰাৰ দৰে মৰম কৰোঁ। তুমি জানা, ইহঁতৰ দেউতাকেও তোমাক কিমান চেনেহ কৰে। তোমাৰ ওপৰত মোৰ অসীম বিশ্বাস আৰু আশা।" বৰুৱানীয়ে অলপ বৈ আকৌ কবলৈ ধৰে,—"মই তোমাক এটা কথা কওঁ। তুমি ৰক্ষা কৰা—নহলে তোমালোকৰ শ্ৰদ্ধেয় অধ্যাপক দেৱতাৰ দৰে পৱিত্ৰ, মহান বৰুৱাৰ মান-সন্মান একোৰেই নৰয়। মই ডিঙিত জৰী লগাই মৰিব লগা হ'ল। জীয়াই থকাৰ সকামেই নথকাত পৰিল।" কওঁতে কওঁতে তেওঁৰ চকুৰেদি পানী বাগৰি আহিল।

প্ৰতাপ বিমূঢ় হৈ বহি থাকিল। এখেতে কি কয়, কি কৰিব লাগে,—কি ইমান বিপদ যে প্ৰতাপে ৰক্ষা নকৰিলে আৰু কোনোৰেই নোৱাৰে? বৰুৱানীয়ে আত্মহত্যা কৰিব লগীয়া এনে ঘটনা কি ঘটিছে—যাৰ কথা আজিও প্ৰতাপৰ কাণত পৰা নাই! তাৰ মনত নানা ভাৱ সন্দেহ আৰু বিস্ময়ে খুন্দিয়া-খুন্দি লগাব ধৰিলে।



অলপ সময় কান্দিয়ে থাকিল বৰুৱানীয়ে—একো কব নোৱাৰিলে। কিছুপৰ তেনেকৈ থাকি তেওঁ অলপ স্থিৰ হৈ ললে। ইয়াৰ পিছত লাহে-লাহে তেওঁ এমূৰৰ পৰা কৈ গ'ল তেওঁলোকৰ বিপদৰ কথা—বীণাৰ কথা; সকলোবোৰ এটা এটাকৈ জনালে প্ৰতাপক। কেনেকৈ অজয়ে তাইক ধ্বংসৰ বাটলৈ আগবঢ়াই নিছে—তাইক নষ্ট কৰিব ধৰিছে, তাকো কলে। বীণাক বিয়া দিব নোৱাৰিলে অসম্ভৱ হৈছে তাইক ৰাখি ৰখা। তাইৰ ভৱিষ্যৎ ধ্বংস হব—মাক-দেউতাকৰ যিখিনি সন্মান আছে সমাজত, মানুহৰ চকুত আজিকোপতি, সেই আটাইবোৰকে তাই তল নিয়াব। প্ৰতাপৰ হাত দুখনত ধৰি বৰুৱানীয়ে কাকুতি কৰিবলৈ ধৰিলে।

"তুমি বুলিহে এই অনুৰোধ মই কৰিছোঁ প্ৰতাপ—আন কাকো কৰিব নোৱাৰোঁ মই। তোমাৰ বাহিৰে আন কাকো এনে দায়িত্ব লোৱাৰ উপযুক্ত বুলি মই নেভাবোঁ। তুমি আমাক ৰক্ষা কৰা। ইহঁতৰ দেউতাকে তোমাক কৰা সহায়বোৰৰ কথা পাহৰি নেযাবা। তেখেতক কিমান শ্ৰদ্ধা কৰা তুমি। মই জানোঁ, তুমি এসময়ত বীণাক স্নেহ কৰিছিলা। সেই কাৰণেই মই তোমাক কাকুতি কৰিছোঁ, বীণাক গ্ৰহণ কৰা তুমি, বিয়া কৰোৱা—আমাক ৰক্ষা কৰা।"

প্ৰতাপ স্তব্ধ হৈ গ'ল। এনেবোৰ কথা সি সপোনতো ভৱা নাছিল। অৱশ্যে সি বীণাহঁতৰ—বিশেষকৈ বীণাৰ চাল-চলন দেখি মাজে-সময়ে এনেকুৱা কিবা এটাৰ আশঙ্কাও নকৰা

নহয়। কিন্তু সেই বুলি ইমান দূৰ……। আধুনিকতাৰ প্ৰতি তাৰ ধিক্কাৰ জন্মিল—অন্তৰখন তাৰ ঘৃণাৰে ভৰি পৰিল। ছিঃ! এয়েনে আধুনিকতাৰ নিদৰ্শন? এই উচ্ছৃঙ্খল তৰল স্বভাৱৰ বীণাক সি বিয়া কৰাব,—জীৱন সঙ্গিনী কৰি লব? সি ভাবিবই নোৱাৰে। আন পিনে তাৰ মনত পৰে, প্ৰথমতে সি কলেজলৈ নাম লিখিবলৈ অহাৰ কথা।—সেইদিনা ট্ৰেইনত আহোঁতে কোনোৱা দুৰ্বৃত্তই তাৰ জেপ কাটি একমাত্ৰ সম্বল এশ টকাৰ নোট জাপ লৈ যোৱাত সি যে কি বিপদত নপৰিছিল। ষ্টেছনত নামি সি টকা বিচাৰি ইফালে-সিফালে ঘূৰি আছিল। এনেতে বৰুৱাই কিবা কামত সেইপিনে আহি তাক তেনে নিৰুপায় অৱস্থাত জপৰামূৰ, শুকান মুখ আৰু ৰঙা চকুৰে দেখা পাই ঘটনা কি সুধিলে। সি সকলো কোৱাত তাক মটৰত তুলি ঘৰলৈ লৈ আহিল। নিজৰ জেপৰ পৰা টকা দি তাৰ নাম লিখাই দিয়ালে, কিতাপ কিনাৰ খৰচো দিলে।—তাৰ পিচত আৰু এদিনৰ কথা;—মেছত থাকোঁতে তাৰ বসন্ত ওলাইছিল। লগৰ ল'ৰাবিলাকে বেমাৰ সোঁচৰাৰ ভয় কৰি তাক একেবাৰে নিঃসহায় অৱস্থাত এৰি আন ঠাইলৈ গুচি গ'ল। সি তাতেই মৰিলেহেঁতেন। মাকো নাই ওচৰত—একেবাৰেই সহায়হীন সি। সেই সময়তো বৰুৱা-বৰুৱানীয়ে তাক মেছৰপৰা আন ঘৰত নিজৰ চকুৰ আগত ৰাখি, দিনে ৰাতি খাটি, শুশ্ৰূষা কৰি তাক ভাল কৰিলে। বৰুৱানীয়ে তেতিয়া তাক মাকতকৈও বেছি কৰিছিল। কিন্তু—কিন্তু—। বীণাক বিয়া কৰালে জানো সি সুখী হব পাৰিব? বীণাই তাইৰ উদ্দণ্ড মনটো সংযত



কৰি শান্তিৰে সংসাৰখন চলাব পাৰিবনে? আৰু—মাক—? মাকে জানো তাইক সহ্য কৰিব পাৰিব তাইৰ চলন-ফিৰণ—তাইৰ স্বভাৱ? আৰু বীণাৰ মাকে কৈছে,—সি তাইক এদিন স্নেহ কৰিছিল। কিন্তু সঁচানে? তাৰ সন্দেহ হ'ল। মনৰ ভিতৰলৈ সি চাই পঠিয়ালে, কিন্তু মনৰ মাজত যাৰ ছবি তাৰ জাগি উঠিল সেই ছবি বীণাৰ নহয়—ৰাণীৰ। সি উচপ্ খাই উঠিল। এই সন্দেহ সি কৰা নাছিল—কৰিব পৰাও নাছিল। কিন্তু সন্দেহ নকৰা কথাই সঁচা হ'ল। ৰাণীক সি ভাল পায়।

হঠাতে সি উত্তৰ দিব নোৱাৰিলে বৰুৱানীৰ কথাৰ। স্থিৰ হৈ তলমূৰকৈ বহি থাকিল।

তাৰ মৌনতা দেখি বৰুৱানী অস্থিৰ হৈ উঠিল।

"তুমি অমত নকৰিবা প্ৰতাপ। আমাক উদ্ধাৰ কৰা। তোমাৰ গুৰু—পূজনীয় জনৰ সন্মান বচোৱা। মই জানো, তুমি তাইক সংযত কৰিব পাৰিবা। তোমাৰ বাহিৰে আন কাৰো শক্তি নাই সেইখিনি কৰাৰ।"

প্ৰতাপে বুজিলে মাকৰ বুকুৰ ব্যথা। তথাপি—। কি কৰিৰ পাৰে সি? তাৰ মূৰ ঘূৰি গ'ল। কথমপি "বাৰু মই ভাৱি চাওঁ,—ভাবি চাই কম" বুলি উত্তৰ দি সি বিমৰ্ষ মুখেৰে নামি আহিল।

তেতিয়া গধূলিৰ আন্ধাৰ নামিছে।

তললৈ নামি অহাৰ সময়ত সি দেখিলে, আন্ধাৰতে দুৱাৰ মুখত কোনোবা এজন বৈ আছে। বোধকৰোঁ তাৰ কাৰণেই।

আন্ধাৰতে তৎ ধৰিব নোৱাৰি সি গাতে খুন্দা খালে সেই জন মানুহৰ। চকুখাই সি মূৰ তুলি চাই দেখিলে—বীণা! তাই কান্দি কান্দি কবলৈ ধৰিলে "বাইদেউক বচাওক প্ৰতাপদা।" কথা কেইটা তাইৰ যেন বুকু ভাঙি ওলাইছে।

অস্পষ্ট পোহৰত প্ৰতাপে দেখিলে এই কেই মাহতে বীণাৰ গাল মুখ সোমাই গৈছে। চকু গাঁতত সোমাইছে। এয়ে সেই বীণা, যি সদায় সাজ-সজ্জা আৰু প্ৰসাধন লৈয়েই ব্যস্ত আছিল। তাইৰ মুখত আজি অকনো পাউদাৰ নাই, কাপোৰ মলিয়ন, চুলি শুকান। সি অনুভৱ কৰিলে—কি ভীষণ আঘাতে এই সদা-আনন্দময় ঘৰ খনক চকুৰ পানীৰে বুৰাই পেলাইছে। সি মনে মনে অলপ বিচলিত হল। তথাপি বিদ্ৰোহ এটাই মূৰ দাঙি উঠিল। "ৰক্ষা কৰা! ৰক্ষা কৰা!! বচোৱা!!!" কিয়? কিহৰ গৰজ তাৰ? তাৰ নিজৰ জীৱনৰ ওপৰেদিওতো কম দুৰ্য্যোগ যোৱা নাই! তেতিয়া কোনে তাক সহায় কৰিছিল; লগে লগে এটা কথাই তাৰ মনত জোৰেৰে ঠেলা এটা মাৰি দিয়ে,—বৰুৱাৰ ওচৰত, বৰুৱানীৰ ওচৰত সি ঋণী, তাৰ জীৱনটোও এদিন তেওঁলোকৰ যত্নতে ওভোটাই পাইছিল সি।

"চাওঁচোন ভাবি কি কৰিব পাৰোঁ। ভৱিষ্যতৰ ওপৰত কাৰো হাত নাই।" হুমুনিয়াহ এটাৰে কথাখিনি কৈ সি ওলাই গ'ল।

বাহিৰ ওলাই দেখিলে বৰুৱাৰ অফিচত তেতিয়াও লাইট জ্বলি আছে। বোধকৰোঁ কিতাপলৈয়েই ব্যস্ত তেওঁ। কিন্তু প্ৰতাপে আন দিনৰ দৰে তাত সোমাই যাব নোৱাৰিলে। কিহবাই



বাধা দিলে তাক। মূৰত অসহ্য বিষ আৰু মনৰ ভাৱৰ উত্থলি-মুত্থলি লৈ সি ঘৰ পালে গৈ। মাক গোসাঁই ঘৰত। গোসাঁইঘৰ মানে—তেওঁ থকা কোঠাটোৰে সমুখত এচুকত থকা থাপনা এটা। অতি কমেও তিনি ঘণ্টাৰ আগতে তাৰপৰা তেওঁ নুঠে। ৰাণীয়ে লেম্প চাকি জ্বলাব ধৰিছে। প্ৰতাপ তেনেকৈ অহা দেখি তাইৰ বুকুখন চিৰিংকৈ গ'ল। মেজত লেম্পটো থৈ লৰালৰিকৈ গৈ তাই প্ৰতাপৰ ওচৰত থিয় দিলে।

"কিবা অসুখ কৰিছে নেকি বাপ্‌কাইদেউ!" তাইৰ মাতত উদ্বিগ্নতা। প্ৰতাপৰ মনটো অলপ জুৰ পৰি গ'ল। ইমান সময় সি মাথো শুনি আহিছিল তাৰ ওপৰত আনৰ ঋণ পৰিশোধৰ দাবী—তাৰ কৰ্ত্তব্যৰ কঠোৰতাৰ কথা; কিন্তু তাৰ দুৰ্ভগীয়া জীৱন-টোৰ কাৰণে সি কাৰো সহানুভূতি সান্ত্বনাৰ মাত এবাৰিও পোৱা নাছিল। তাৰ নিৰপত্তা আৰু মঙ্গললৈ কাৰো ইমান ব্যাকুলতা নাই।

শুকান মুখলৈ জোৰেৰে হাঁহি এটা টানি আনি বৰ ভাগৰুৱাৰ দৰে কয় সি—"অসুখ? এবা বৰ অসুখ ৰাণী! কব নোৱাৰোঁ মই বাচি উঠিব পাৰোঁ নে নোৱাৰোঁ।"

ৰাণীৰ মূৰত বজ্ৰ পৰাৰ নিচিনা হ'ল। বচাৰ আশঙ্কা? কি ইমান অসুখ প্ৰতাপৰ যে তেনেকৈ কয়? ইমান দিনে একো কোৱা নাই কিয়? লৰালৰিকৈ আহি তাই তাৰ কপালত হাত দিয়ে—"ইমান অসুখ যদি ঘূৰি ফুৰিছা কিয় বাপ্‌ককাইদেউ? শুই নাথাকা কিয়? উঃ মানুহক ইমান কষ্ট দিয়া তোমালোকে!" তাইৰ মাতটো উদ্বিগ্নতাত কঁপা।

প্ৰতাপে তাইৰ মুখলৈ চালে—এয়ে ৰাণী! গোটেই মুখতে তাইৰ এটা শান্ত পবিত্ৰ চেনেহৰ ছাঁ। অকণো কৃত্ৰিমতা নাই—কাকো ফাকি দিয়াৰ চেষ্টা নাই। ক'ত বীণা আৰু ক'ত ৰাণী। তাৰ অন্তৰৰ মৰমৰ ছাঁত শুই থকা সৰলা মন কুঁৱৰীজনীক এৰি দি তাক আজি কৰ্ত্তব্যই বিচাৰিছে ভাৰৰ ঢৌত উটি ভাঁহি ফুৰা চঞ্চলা তৰলা বীণাক—তাৰ জীৱন সঙ্গিনী কৰিবলৈ। তাৰ সমগ্ৰ মন প্ৰাণ উদ্বাউল হৈ উঠিল, তাৰ তপত প্ৰাণটো ৰাণীৰ মৰমৰ মাজেদি শান্ত কৰি লবলৈকে। নিজক সামৰি ৰাখিব নোৱাৰিলে সি। মনৰ মাজত অত দিনে শুই থকা পশুটোৱে সাৰ পাই উঠিল। ৰাণীক হাতত ধৰি আনি বুকুৰ মাজত সুমাই ললে—"এৰা বৰ অসুখ ৰাণী! তই নবচালে আৰু বাচিব নোৱাৰিম। উঃ বুকুত অসহ্য যন্ত্ৰণা!" তাৰ বাহুৰ বন্ধন দৃঢ় হৈ আছে।

ৰাণী হতভম্ব হৈ যায়। তাইৰ প্ৰতি প্ৰতাপৰ দুৰ্ব্বলতাৰ কথা তাই গম পাইছিল অৱশ্যে, কিন্তু সেই বুলি ইমানখিনি তাই ভাবিব পৰা নাছিল। সেই বাহুৰ বন্ধনত এটা অজান সুখৰ সন্ধান পালে তাই। ই তাইৰ কামনাৰ ধন—সপোনৰ স্বৰ্গ। খন্তেকৰ কাৰণে আবেগত তাইৰ চকু মুদ খাই আহিল। কিন্তু পিচ মুহূৰ্ত্ততে তাইৰ চেতনা ঘূৰি আহিল। নাই—ই হব নোৱাৰে। যিহৰ বলত তাই ঘৰৰ পৰা ওলাই আহি প্ৰতাপ-হঁতৰ ঘৰত থাকিব পাৰিছে, তাক তাই এনেকৈ ভাঙি পেলাই প্ৰতাপক হেয় কৰিব নোৱাৰে। আজিও প্ৰতাপৰ বন্ধুসকলে



জানে তাইক প্ৰতাপৰ ভনীয়েক বুলি। সেই সৰল বিশ্বাস উছন কৰি তাই প্ৰতাপক অপমানিত কৰিব নোৱাৰে। তাই মন দাঠ কৰি ললে। জোৰ কৰি প্ৰতাপক ঠেলি দি কৈ উঠিল তাই—"কি কৰিছা বাপ ককাইদেউ, মই এজনৰ বাক্‌দত্তা—তেওঁ আছিল তোমাৰ মৃত ভাতৃ"—ইমান ডাঙৰ অসত্য এটা নিজ মুখেৰে কবলৈকো সঙ্কোচনা নাহিল ৰাণীৰ মনলৈ একমাত্ৰ প্ৰতাপৰ পৱিত্ৰ সন্মান ৰক্ষাৰ আকুলতাত পাৰ। ৰাণীৰ বুকুখন ঘনে ঘনে লৰিছে। উশাহ-নিশাহ তপত হৈ খৰকৈ বব ধৰিছে। মুখেদি কি কৈছে সেই বিষয়ে যেন কোনো জ্ঞানেই নাই তাইৰ। প্ৰভাতৰ নাম এনেকৈ ওলাল কিয় তাইৰ? নিৰণৰ কথাকে তাই কব নোৱাৰিলে কিয়?

প্ৰতাপে চাৰিওপিনে আন্ধাৰ দেখা পালে। ৰাণী বাক্‌দত্তা আছিল প্ৰভাতৰ? ক'তা সিটো একো শুনা নাছিল। হায়! ইমান দিনে সি তাইক লৈ আকাশ কুসুম ৰচনা কৰিছিল—তাইকে প্ৰাণ ঢালি ভাল পাইছিল। বহুত সময় সি স্থবিৰৰ দৰে বিচনাত পৰি থাকিল। সেই পিনে দুৱাৰৰ চুকত বহি ৰাণীয়ে উচুপিব ধৰিছে। প্ৰতাপৰ মনটো নিজৰ ওপৰতে বিতৃষ্ণাত ভৰি গ'ল। ছিঃ! সাময়িক উত্তেজনাত সি তাৰ কি পৰিচয় দিলে আজি ৰাণীৰ আগত। তাইক আৰু মুখ দেখুৱাব কেনেকৈ সি? লাহে-লাহে উঠি একো নমতাকৈ সি বাহিৰ ওলাই নৈৰ পাৰৰ পিনে গুচি গ'ল।

পৃথিৱীখন তাৰ কাৰণে অৰ্থহীন হৈ গৈছে। চাৰিওপিনে

মাথো শূন্যতা, মৰুভূমিৰ তপ্ততা। পিয়াহৰ পানী এটুপি নাই, শান্তিৰ আশ্ৰয় অকণ নাই।—

সি ভবা নাছিল, ওপৰা-ওপৰিকৈ তাৰ জীৱনত ইমানবোৰ আঘাত আহি পৰিব বুলি! মূৰটো তাৰ খালি হৈ যোৱা যেন পালে সি। জীৱনটোৰ ওপৰতে তাৰ বিৰক্তি আহি পৰিল। আগতে নৈ খন দেখি ভাবিলে ইয়াতে জাপ মাৰি দিয়ে। মানুহক আৰু তাৰ এই পাপী মুখখন দেখুৱাব নোৱাৰে, এই অভিশপ্ত জীৱনটোৰ ভাৰ সি বৈ থাকিব নোৱাৰে। কিন্তু আকৌ ভাবিলে, ইমান সহজে সি পৃথিৱীৰ ওপৰত পৰাজয় স্বীকাৰ কৰিব নে? নাই—ইমান কাপুৰুষ সি হব নোৱাৰে—নহয়ও। ৰাণীৰ ওপৰতো তাৰ মন কিছু বিৰূপ হল। কিয়, তাই নাজানেনে—সৰুৰে পৰা তাইলৈ প্ৰতাপৰ কিমান চেনেহ? ৰাণীৰ কাৰণে ঔ গছৰ পৰা ঔ পাৰিবলৈ গৈ কিমান দিন সি আফাল খাইছে। বগৰী গছৰ কাইটত লাগি তাৰ হাত ভৰিৰ কিমান জখম হৈছে।

এইপিনে সি ওলাই যোৱাৰ পিচত ৰাণীয়ে প্ৰতাপৰ বিচনাত বাগৰি বাগৰি গুমৰি গুমৰি কান্দিব ধৰিলে। বুকুখন তাইৰ ডোখৰ-ডোখৰ হৈ যোৱা যেন হ'ল। প্ৰতাপৰ গাৰুটো জোৰেৰে বুকুত হেপা মাৰি ধৰি ব্যাকুল কান্দোনত তাই ভাগি পৰিল!

—"তুমি নাজানিলা মোৰ দেৱতা! মোৰ অন্তৰত কিমান দুখ—কিমান যন্ত্ৰণা। শোকৰ জুইত সি পুৰি ক'লা হৈ গৈছে।



তুমি নুবুজিলা কিমান দুখত মই ইমান ডাঙৰ মিছা এটাৰে আঘাত কৰি তোমাক আঁতৰাই পঠালোঁ,—মোৰ জীৱনৰ সপোন ভাঙি চুচুৰ্মৈ কৰি দিলোঁ মই। তুমি বুজি নাপাবা—নালাগেও বুজি পাব। মোৰ দুখ মোৰ বুকুৰ মাজতে থাকক। আজিৰ মধুৰ পৰশ আৰু অতীতৰ প্ৰীতিৰ সোঁৱৰণেই মোৰ জীৱনৰ সম্বল হৈ ৰ'ক। তুমি মাথোঁ সুখেৰে থকা—মানুহৰ চকুত ডাঙৰ হৈ থাকা, মহৎ হৈ থাকা।" অন্তৰৰ অসহ্য বেদনাত তাই চট্‌ফটাব ধৰিলে।

---

## চৈদ্ধ

গোটেই নিশাটো প্ৰতাপৰ টোপনি নাহিল। নানান ভাৱৰ সংঘাতে মনটো তাৰ অস্থিৰ কৰি তুলিলে। বহুত ভাবি সি বুজিলে, ৰাণীৰ গাত কোনো দোষ নাই। নাৰীয়ে এবাৰ যাক মন সঁপি দিয়ে, তাৰ পৰা আৰু মন ওভোতাই আনিব নোৱাৰে। তাৰেই ভুল হৈছে—তাইৰ মনৰ খবৰ নজনাকৈ তাইক তেনে ব্যৱহাৰ কৰা। খন্তৰ ঠাইত ৰাণীৰ প্ৰতি সম-বেদনাত তাৰ অন্তৰ ভৰি পৰিল।

বৰুৱাণীৰ প্ৰস্তাৱটো তাৰ বুকুত শিলৰ দৰে গধুৰ হৈ আছিল। ভাবি চালে, কিমানটো জীৱনৰ সুখ-আনন্দ তাৰ মতৰ

ওপৰত নিৰ্ভৰ কৰিছে। অধ্যাপক বৰুৱা আৰু তেওঁৰ পত্নীৰ দয়া মৰম সি পাহৰিব নোৱাৰে। কিন্তু বীণাক বিয়া কৰালে কিবা ভাল ফল হবনে? এবাৰ ভাবিলে,—হবও পাৰে! যৌৱনৰ উদ্দামতাত ৰঙীন প্ৰলোভনত পৰি তাই নিজক পাহৰি গৈছিল। স্বামীৰ বুকুৰ মাজত সোমালে হয়তো সেইবোৰ কথা পাহৰি মন শান্ত কৰিব পাৰিব। হেজাৰ হক—নাৰীৰ প্ৰাণতো! পতা ঘৰ ভঙাৰ প্ৰবৃত্তি সিহঁতৰ নাই। তাইৰ কিন্তু—যদি তাইৰ পৰিবৰ্ত্তন নহয়? বহুত কথা নানান ৰকমে ভাবিলে সি। শেষত সি ঠিক কৰিলে, বিয়া সি কৰাবই,—বীণাকে কৰাব। তাৰ জীৱনত নাৰীৰ প্ৰয়োজন অনুভৱ কৰিছে সি। অন্তৰত জাগি উঠা এই স্পৃহা সি এনেদৰেই পলুৱাব লাগিব। নহলে হয়তো আৰু ৰাণীকে কেতিয়াবা—। হক্—যি হয় হব এই বিয়াৰ ফলত। তাৰ জীৱনটো দুৰ্ভাগ্যৰেই ভৰা। সুখৰ কামনা কৰিলেও নিয়তিয়ে তাক নিদিয়ে। তাৰ উপৰিও, এই বিয়াৰ দ্বাৰা তাৰ পৰম উপকাৰী বৰুৱা বৰুৱানীক শান্তি দিয়া হব। তেওঁলোকে অপৰিসীম অপমানৰ পৰা ৰক্ষা পাব।—আৰু মাক? মাকে নিশ্চয় তেওঁৰ বোৱাৰীৰ হাতৰ কৰা-খোৱাৰ আশা নকৰে,—তেওঁৰ এতিয়া আৰু একে-আশা নাই। আৱশ্যক হ'লে—ৰাণী থাকিব তেওঁৰ কাৰণে।

ৰাতিপুৱা মুখ হাত ধুয়েই প্ৰতাপ বৰুৱাৰ তালৈ গ'ল। ঘৰত কাকো একো নকলে। মাকে থাপনাৰ আগত ৰাতিপুৱাৰ প্ৰসঙ্গ কৰিবলৈ বহিছে। ৰাণীয়ে বাহী-বন কৰি আঁতাই



গা ধুই বান্ধনি ঘৰত সোমাইছে। তেতিয়া প্ৰায় সাত মান বাজিছে।

সি যেতিয়া বৰুৱাৰ ঘৰ পায়, বৰুৱাই তেওঁৰ অফিচত বহি কিবা পঢ়ি আছিল। প্ৰতাপ সোমাই গৈ তেওঁৰ ভৰি ছুই সেৱা কৰাত চক্ খাই মূৰ দাঙি চালে। বহুদিনৰ মূৰত প্ৰিয় ছাত্ৰক দেখি তেওঁৰ চিন্তাক্লিষ্ট বেদনা-সনা মুখ খনো অলপ পোহৰ হৈ উঠিল।—"কেতিয়া আহিলা প্ৰতাপ? বহা।"

প্ৰতাপে চালে,—এয়ে বীণাৰ দেউতাক শান্ত, সৌম্য, ধৈৰ্য্যশীল—অসীম চেনেহৰ আধাৰ বৰুৱা—তাৰ শ্ৰদ্ধেয় অধ্যাপক, জীৱনৰ পথ প্ৰদৰ্শক। তাৰ মনটো এটা অহসনীয় বেদনাত কঁপি উঠিল।

মন স্থিৰ কৰি লৈ কোনো ভূমিকা নকৰাকৈ সি ক'লে,—"আপোনাৰ ওচৰলৈ মই এটা ভিক্ষাৰ বাবে আহিছোঁ চাৰ"। তলমূৰ কৰি অলপ ৰৈ সেপ ঢুকি সি আকৌ ক'লে—"মই আপোনাৰ ওচৰত বীণাৰ পাণি-প্ৰাৰ্থী!"

বৰুৱাই তাৰ কথা শুনি সেই পিনেই থৰ লাগিল। কি কয় ই,—বলিয়া হ'ল নেকি? সি জানো শুনা নাই বীণাৰ কথা! গোটেই নগৰখন দেখোন ছাটি পেলাইছে তাইৰ কথাবোৰে। সি শুনা নাই নে—কোনোবাই তাক কোৱা নাই জানো! চৰগ পৰা মানুহৰ দৰে কিছু সময় ৰৈ থাকি, পুথিত চকু থলে আকৌ বৰুৱাই।

"ই হব নোৱাৰে প্ৰতাপ! ই অসম্ভৱ।"—তেওঁৰ মাত অস্বাভাৱিক ধৰণে গম্ভীৰ আৰু স্থিৰ।

প্ৰতাপে বুজিলে বৰুৱাই আপত্তি কৰাৰ কাৰণ কি। নহলে, কোনো কাৰণ নাই প্ৰতাপক জোঁৱাই বুলি লবলৈ অসন্মত হোৱাৰ। জোৰ দি সি কৈ উঠিল—"কিয় অসম্ভৱ চাৰ! বীণা আপোনাৰ বৰ জীয়াৰী, মই আপোনাৰ স্নেহৰ ছাত্ৰ। এই সম্বন্ধত কোনো বাধা থাকিব নোৱাৰে—অৱশ্যে যদিহে মোক উপযুক্ত বুলি ভাবে।"

পুথিৰ পৰা মূৰ নোতোলাকৈয়েই বৰুৱাই ক'লে—"বাধা বহুত প্ৰতাপ! তুমি মোৰ অতি মৰমৰ ছাত্ৰ কাৰণেই এই বিয়াত মই কোনোমতে মত দিব নোৱাৰোঁ! মই জানোঁ বীণাক,—তোমাকো জানোঁ। জানি-শুনি মই তোমাক অশান্তিৰ জ্বলা জুইত পেলাই দিব নোৱাৰোঁ।"

"মই সকলো জানো চাৰ, সেই কাৰণেই আহিছোঁ আপোনাৰ ওচৰলৈ—এই ভিক্ষাৰ বাবে। মোক নিৰাশ নকৰিব—মই বৰ দুৰ্ভগীয়া।"—বৰুৱাই বুজিব নোৱাৰিলে ই তাৰ বীণাৰ প্ৰতি প্ৰেমৰ প্ৰাবল্য নে আন কিবা। তথাপি এইখিনি বুজিলে যে সি দৃঢ় প্ৰতিজ্ঞা। এই সঙ্কল্পৰ পৰা তাক লৰাব পৰা নহব। তেওঁ প্ৰতাপৰ স্বভাৱ জানে। সি কোনো কামতে আগবাঢ়ি নাহে সহজে,—কিন্তু কেতিয়াবা যদি কিবা "কৰিম" বুলি স্থিৰ কৰে, তাৰ পৰা তাক কোনো শক্তিয়েই আঁতৰাব নোৱাৰে।

অলপ সময় নিৰৱে থাকি লাহে-লাহে তেওঁ কলে,—"তোমাৰ যদি একান্তই ইচ্ছা, মই তোমাক বাধা দিব নোখোজো প্ৰতাপ! কিন্তু তোমাক এটা কথা কোৱা মোৰ কৰ্ত্তব্য বুলি ভাবোঁ। মনত ৰাখিবা, তোমাৰ জীৱন ভীষণ অগ্নি-পৰীক্ষাত উপস্থিত হৈছে। মোৰ নিজৰ ছোৱালী হলেও মই কবলৈ বাধ্য, বীণাৰ চৰিত্ৰ বৰ ভাল নহয়। তোমাৰ মাৰা আছে—গাৰঁৰ তিৰোতা,—সতী, সাধ্বী! তেওঁ তাইক সহ্য কৰিব নোৱাৰিব। তুমিও হয়তো নোৱাৰিবা! নিজৰ তিৰোতাৰ চৰিত্ৰৰ দুৰ্ব্বলতা কোনো পুৰুষেই সহ্য কৰিব নোৱাৰে। তুমি মোৰ ছাত্ৰ,—বৰ মৰমৰ। তোমাৰ জীৱনৰ বহুদিন পৰি আছে,—আশা আছে, আকাঙ্ক্ষা আছে। ডাঙৰো কৰিব পাৰিবা তুমি নিজক! এই বয়সত জীৱনটো লৈ জুৱা খেলিবলৈ দিব নোৱাৰোঁ তোমাক মই। তাৰ পৰা ৰক্ষা কৰা মোৰ কৰ্ত্তব্য। তুমি বহুত কথা নুবুজা, ভাবিব নোৱাৰা। উচিত নে অনুচিত তাক বিচাৰ কৰি প্ৰকৃত পথ বাচি লোৱাৰ তোমালোকৰ শক্তি এতিয়াও হোৱা নাই। সেই কাৰণেই মই কৈছোঁ, তুমি এই সংকল্প এৰা। তোমাৰ কাৰণে ছোৱালীৰ অভাৱ কেতিয়াও নহয়। তুমি বীণাতকৈ হেজাৰ গুণে ভাল ছোৱালী পাবা।" কিন্তু প্ৰতাপ দৃঢ় প্ৰতিজ্ঞা!

"ক্ষমা কৰিব চাৰ মোৰ যদি উদ্ধত্য হয়। মই বিয়া কৰামেই বীণাক। আপুনি বিমুখ নকৰিব। মই সকলোঁ ভাবিছোঁ। সকলো বিপদৰ সন্মুখীন হবলৈ সাজু হৈয়েই এই প্ৰস্তাৱ লৈ আহিছোঁ। আপুনি অসন্মত নহব চাৰ।"

তাৰ দৃঢ়তা দেখি বৰুৱা স্তব্ধ হৈ গ'ল,—জানি-শুনি এনে বিপদৰ বোজা—ইমান ডাঙৰ অপমান মূৰত তুলি লবলৈ

আগবাঢ়ি আহিছে সি? দীঘল হুমুনিয়াহ এটা কাঢ়ি তেওঁ ক'লে,—"মোৰ আৰু কৰলৈ একো নাই প্ৰতাপ! তুমি যি কৰা, কৰা।" তেওঁ আকৌ হাতৰ পুথিত মন দিলে।

সন্মতি লৈ ঢলং পলংকৈ সি বাহিৰলৈ ওলাই আহিল প্ৰতাপ। ইঃ, কি কৰিলে সি? মূৰটোত তাৰ গোলমাল লাগি গ'ল। নিজেই যেন সি কথাটো বুজিব নোৱাৰিলে। ঘটনাবোৰে যেন কিবা দুঃস্বপ্ন হৈ তাক দেখা দিলে।

যেতিয়া সি ঘৰ পায়গৈ, মাকে তেতিয়া নাম লোৱা শেষ কৰি পিৰালীত বহি কীৰ্ত্তন পুথিৰ কৃষ্ণলীলা অধ্যায় পঢ়ি আছে।

যশোদা সুন্দৰী দেখন্ত পাছে।
সমস্ত জগত গৰ্ভতে আছে ॥
সাতোখান দ্বীপ সাত সাগৰ।
গিৰি বন নদী গ্ৰাম নগৰ ॥
বায়ু সূৰ্য্য শশী দিশ আকাশ।
তাৰাগণ তৈতে কৰে প্ৰকাশ ॥
সমস্ত জীৱ জ্যোতিঃ তেজ জল।
সত্ব, ৰজ তম ইন্দ্ৰিয় বল ॥
মন বুদ্ধি কাল কৰ্ম্ম যতেক।
সমস্তে গৰ্ভতে দেখে প্ৰত্যেক ॥

প্ৰতিটো সুৰৰ তানৰ লগত তেওঁৰ অন্তৰত ভক্তিৰ ধাৰ বৈছে। এনেতে প্ৰতাপক তেনেকৈ ঢলং পলং কৰি যোৱা দেখি উৎকণ্ঠিত হৈ পুথি সামৰি তেওঁ উঠি আহিল।



"কি হৈছে বাপ! অসুখ কৰিছে নেকি? কিবাখন কৰিছ চোন।"

পিচে পিচে গৈ মাকো তাৰ কোঠাত সোমাল। ৰাণীয়ে আখলত সোমাই কিবা কৰি আছিল, অসুখৰ কথা সোধা দেখি তাইৰ বুকুখন ধৰক্ কৈ উঠিল। আখলৰ পৰা ওলাই আহি তাই প্ৰতাপৰ কোঠাৰ ওচৰতে তাইৰ কোঠাত সোমাল, ঘটনাটো কি জানিবলৈ। প্ৰতাপৰ আগত ওলাবলৈ তাইৰ মুখ নাই

প্ৰতাপে একো নমতা দেখি মাকে আকৌ সুধিলে,—"কি অসুখ কৰিছে বাপ্? পুৱা চাহ পানী এটুপিও নোখোৱাকৈ ওলাই গ'লি। ক'লৈ গৈছিলি?" মনত অসীম উদ্বেগ লৈ ব্যগ্ৰতাৰে মাকে তাৰ কপালত হাত দিলে। প্ৰভাতৰ মৃত্যুৰ পিচৰ পৰা কিবা অসুখৰ কথা শুনিলেই তেওঁৰ অন্তৰখন কিবা আশঙ্কাত কঁপি উঠে।

প্ৰতাপ ধপ্কৈ বিছনাত বহি পৰিল। সংসাৰৰ যতমান ক্লান্তি আছে, সকলোবোৰে আগুৰি ধৰি দেহ মন যেন তাৰ অৱশ কৰি পেলাইছে। বৰ করুণ হাঁহি এটা মাৰি সি ক'লে—অসুখ নহয় আই, সুখ। মোৰ বিয়াৰ ঠিক কৰি আহিলোঁ।" তাৰ কথাত প্ৰাণৰ চিনাকি নাই।

মাক আচৰিত হ'ল। হাতখন আপোনা-আপুনি তাৰ কপালৰ পৰা কোঁচ খাই আহিল।—প্ৰতাপৰ বিয়া? তেওঁৰ লগত অকনো আলোচনা নকৰাকৈ—একো নোসাধাকৈ। নে, সি কিবা

কৰবলৈ গৈ কিবা কৈছে। মুখলৈ জোৰকৈ হাঁহি এটা টানি আনি তেওঁ কলে,—"তোৰ বিয়া? ভাল কথাহে! কিন্তু তই এনেখন কৰিছ কিয়?"

"হঠাতে ঠিক হৈ গ'ল নহয় আই, সেই কাৰণে মনটো অস্থিৰ লাগিছে। মই ভাবিবই পৰা নাছিলোঁ। এনেকৈ কিবা হব বুলি।"

তাৰ মুখৰ হাঁহিটো মাকৰ বুকুত জোঙা বেজীৰ আগ এটা জোৰেৰে সোমাই যোৱা যেনকৈ সোমাই গ'ল। ইমান করুণ তাৰ হাঁহিটো। ইমানেই দুখ যদি তাৰ এই বিয়াত, কিয় ঠিক কৰিলে সি? মাকৰ ওচৰত পুতেকৰ মনটো দুৰ্ব্বোধ্য হৈ ৰ'ল।

অলপ সময় স্তব্ধ হৈ থাকি তেওঁ সুধিলে,—"কাৰ ছোৱালী বাপ্? ক'ত থাকে? জাত কুল, দেখা শুনাই ভাল নে?"

টোপনিতে কোৱাৰ দৰে প্ৰতাপে কৈ যায়,—"আমাৰ অধ্যাপক জীৱন বৰুৱাৰ ছোৱালী। গুৱাহাটীতে থাকে। নাম বীণা, ঘৰত বীণি বুলি মাতে—জাত কুল আমাৰ সৈতে একে। ছোৱালীজনীয়ে কলেজত পঢ়িছিল। আগৰে পৰা চিনাকি।"—পিচৰ কথাখিনি সি ডাঙৰকৈয়ে কলে। যদি ৰাণীয়ে শুনে শুনক। তাই প্ৰভাতক ভাল পোৱাৰ দৰে প্ৰতাপেও আন এজনী ছোৱালীক ভাল পায়। ৰাণী মাইনৰ পাছ—তাৰ বীণা কলেজত পঢ়া ছোৱালী, তাইতকৈ বহুত বেচি শিক্ষিতা। তাই তাইৰ প্ৰিয়ক হেৰুৱালে—কিন্তু প্ৰতাপে তাৰ ভাল পোৱাৰ পাত্ৰীক নিজৰ কৰি লবলৈ দিহা কৰিলে।



মেজৰ ওপৰত থকা পুথি এখন লিৰিকি-বিদাৰি মাকে কলে,—"মোকনো বোৱাৰীক এবাৰ আশীৰ্ব্বাদ কৰি আহিবলৈ নিদিবিনে বাপ্।" একেটি মাত্ৰ পুতেকৰ একেটি বোৱাৰীক আগতে এবাৰ চাই অহাৰ ইচ্ছাক সামৰিব নোৱাৰিলে প্ৰতাপৰ মাকে।

ভীষণ জোৰেৰে মূৰটো জোকাৰি সি কলে—"এতিয়া নালাগে আই। বিয়া কৰাই আনিলেই দেখিবা।"

মাক অলপ মনে মনে থাকিল। তাৰ পিচত সুধিলে,—"বিয়াৰ ঠিক কেতিয়াকৈ কৰিলি?"

"তাৰিখ এতিয়াও ঠিক কৰা নাই। অহা মাহৰ ভিতৰতে হব চাগৈ।"

মাকে আৰু একো নেমাতিলে। তেওঁৰ দুয়োটা পুতেকেই সেই একে গোঁৱাৰ স্বভাৱৰ।

সিটো কোঠাৰ পৰা প্ৰতাপৰ মুখৰ পৰা "মোৰ বিয়া বোলা" কথাষাৰ শুনা মাত্ৰকতে ৰাণী মুছকছ্ যোৱা যেন হ'ল। তেনেহলে, —তেনেহলে তাৰ কালিৰ ঘটনাটো অকল অভিনয়হে। অন্তৰত তাইৰ যিখিনি পূৰ্ণতা আছিল সিও উৰি গৈ তাইক একেবাৰে নিঃস্ব কৰি পেলালে। অলক্ষিতে চকুয়েদি তাইৰ পানী বৈ আহিল:—কিন্তু কোনোবাই দেখে বুলি লৰি গৈ ৰান্ধনি ঘৰ সোমাল গৈ। আখলৰ ওচৰত বহি কান্দোনত তাই উবুৰি খাই পৰিল। কিন্তু কিয় কান্দে তাই? প্ৰতাপে আন ছোৱালীক বিয়া কৰাব বুলি শুনি তাইৰ দুখ লাগে কিয়? সি তো আৰু বিয়া নকৰোৱাকৈ চিৰদিন কুমাৰ হৈ থাকিব নোৱাৰে, কাৰোবাক

লাগিবই সি ঘৰণী কৰি আনিব। হয়তো তায়েই সেই ঠাই পালেহেঁতেন। কিন্তু তাৰ সম্ভাৱনাও তাই নিজ হাতেৰেই তো নষ্ট কৰিছে। তেন্তে আজি কান্দে কিয় তাই? মানুহৰ চৰিত্ৰ বুজাই টান।—

বিয়াৰ দিন ঠিক হ'ল। বীণাৰ মনৰ বাতৰি জনাৰ প্ৰয়োজন প্ৰতাপে অনুভৱ নকৰিলে।

এই বিয়াৰ বাতৰি পাই নগৰত হুলস্থুল লাগি পৰিল। বন্ধু-বান্ধৱ, চিনাকি সকলোৱেই তাক এই কামৰপৰা নিবৃত্ত কৰিবলৈ যত্নত লাগিল। সকলোৱে তাৰ ঘৰলৈ আহি বীণাৰ বিৰুদ্ধে বহুত কথা কবলৈ ধৰিলে। ডেকা-বুঢ়া সকলোৱে কলে বহুত কথা—নানান ধৰণে কুৎসিতকৈ সজাই।

আগৰ কোনো কালেই বন্ধুত্ব বা ঘনিষ্ঠতা নথকা সকলো তাৰ পৰম হৈতৈষী হৈ উঠিল। কিন্তু এইবোৰৰ একোৱেই প্ৰতাপক নিবস্ত কৰিব নোৱাৰিলে। বাটো নাই তাৰ আৰু ওভতাৰ,—বহুতখিনি আগ বাঢ়ি গৈছে সি। সকলোকে সি মাথো ক'লে—"মোৰ কথা মই নিজে ভালকৈ জানোঁ। লোকৰ কথাত মূৰ ঘমোৱাৰ আৱশ্যক নাই তোমালোকৰ। মিছামিছি মোক আমনি নকৰিবা। গুচি যোৱা।"

মাকে এইবোৰ ঘটনাৰ একো ভুকে নেপালে। ধৰ্ম্মপুথি আৰু উপাসনাৰ মাজতে তেওঁৰ মন আৱদ্ধ। বোৱাৰী আহিব বুলিও তেওঁৰ কোনো উৎসাহ নাই। এই বিয়াখনৰ ধৰণে তেওঁক নিৰাশ কৰিছে—সেই কাৰণে বৰ মনো দিয়া নাই বিয়াৰ বিষয়ত।



কিন্তু বেৰৰ সিপাৰৰ পৰা ৰাণীয়ে মানুহবোৰে প্ৰতাপৰ আগত বীণাৰ বিৰুদ্ধে কোৱা সকলো কথা শুনিলে। তথাপি একো কৰিব নোৱাৰিলে। কিন্তু কিয় তাৰ এই দুৰ্ম্মতি হ'ল? নে তাইৰ ওপৰত খঙতে এই প্ৰতিশোধ? একো কৰিব নোৱাৰি ৰাণীয়ে মাথো অকলে অকলে কান্দে আৰু ভাগ্যক দোষ দিয়ে। তাৰ বাহিৰে আন একো উপায় নাছিল তাইৰ।

প্ৰতাপেও তাৰ অন্তৰৰ প্ৰকৃত কথা কাকো কব নোৱাৰি নিজৰ মনতে গুজৰি গুজৰি থাকিল। তাৰ এই বিয়াৰ আংশিক কাৰণ জানিলে ৰুক্মানী আৰু বীণাই, আৰু আংশিক ভাবে জানিলে ৰাণীয়ে। পূৰাকৈ কেৱেই নেজানিলে।

* * * *

আঢ়ৈ মাহৰ পিচত, আড়ম্বৰৰ মাজত বীণাৰ বিয়া সম্পন্ন হৈ গ'ল। প্ৰতাপে তাৰ দুই এজন বন্ধুৰ বাহিৰে আন কাকো নেমাতিলে। বিয়াৰ পিচদিনা কইনা আহিল। বীণাক দেখি ৰাণীৰ অন্তৰ চমকি উঠিল। এৱেঁই তাইৰ প্ৰতাপৰ হৃদয়ৰ ৰাণী, মৰমৰ অধিকাৰিণী। সকলো অপবাদক আওকাণ কৰি সি এওঁক বিয়া কৰাই আনিছে। বীণাৰ ধুনীয়া মুখখনে তাইৰ বুকুৰ পোৰণি দুগুণে জ্বলাই তুলিলে। তথাপি মুখৰ হাঁহিৰে সকলো সহি নিৰৱে তাই সকলো কাম কৰি গ'ল। নিজৰ হাতেৰে প্ৰতাপৰ ঘৰটো ধুনীয়াকৈ সজাই থলে। জুবিলী বাগিছাৰ পৰা ফুল গোটাই আনি তাৰ গোটেই কোঠাটো জকজকীয়া কৰি থলে।

প্ৰতাপে সকলো দেখিলে, তথাপি বুজিও সি বুজিব নোৱাৰিলে ৰাণীক।

বীণাৰ সৌন্দৰ্য্যই প্ৰতাপৰ মাককো মুগ্ধ কৰিলে। তেওঁ আপত্তি কৰাৰ বা অসন্তোষৰ কোনো কাৰণ বিচাৰি নেপালে। কিন্তু এই উৎসৱৰ দিনতো, যি ছোৱালীক প্ৰতাপে নিজে বাছি বিয়া কৰালে, তাইৰ মুখত আনন্দৰ লেশ নেদেখি তেওঁৰ মনত কিবা সন্দেহৰ বিজুলীয়ে তিৰবিৰাই থাকিল। প্ৰতাপৰ মুখতো জোৰ কৰি টানি অনা হাঁহি। ইয়াৰ পিচপিনে কোনো ৰহস্য লুকাই থকা নাইতো। জানো, আজি কালিৰ লৰা-ছোৱালীক বুজিবই নোৱাৰি। আন পিনে ৰাণীৰো কাম কাজত তেনে প্ৰাণ নাই। কিয় বাৰু? সবলা মাকৰ ওচৰত আটাইবোৰ কথা সাঁথৰ যেন হৈ ব'ল।

বীণাই বিয়াত ত্ৰিশ হেজাৰ টকা যৌতুক লৈ আহিছিল। তাৰ বাহিৰেও দামী দামী পালেং, চকী-মেজ, দেৰাজ থকা ডাঙৰ আইনা আৰু সংসাৰৰ যাবতীয় সৰু বৰ নানান বস্তু। এইবোৰ দেখি শুনি বুঢ়ী এই ভাবি তভক লাগিল যে, মানুহ কিমান ধনৰ গৰাকী হলে ইমানবোৰ বেহানি জীয়েকৰ বিয়াত যৌতুক দিব পাৰে। গাৰঁত অতি সাধাৰণ বস্তু দিয়ে। ধনী ঘৰৰ ছোৱালী হলে লগত বন্দী-বেটী দিলেও, বস্তুবোৰ ইমান চক্‌মকীয়া মোহলগা নহয়। এয়া যেন এখন নতুন জগত। নগৰৰ কাণ্ডবোৰেই স্বকীয়া। এই পুতেকেই নিজে কইনা ঠিক কৰি বিয়া নকৰালেনে? এইবোৰকে ভাবি তেওঁ তভক মাৰি আছিল।



ৰাণীৰ মনতো মাজে মাজে খেলাইছিল—যৌতুকত ইমানবোৰ সম্পতি পোৱাৰ আশাতেই প্ৰতাপে বীণাক বিয়া কৰালে নেকি? কিন্তু প্ৰতাপক ইমান হীনকৈ ভাবিবৰ সত নেযায় তাইৰ। ভাবিবই নোৱাৰে তেনেকৈ। আন যি নহ'ক, ধনৰ লুভীয়া প্ৰতাপ হব নোৱাৰে। যদি তেনে হ'লহেঁতেন, তেন্তে গাৰঁত সি এনেকৈ ঘৰ-মাটি দান কৰি আহিব নোৱাৰিলেহেঁতেন।

কিন্তু প্ৰতাপে ভুল কৰিলে—মাৰাত্মক ভুল।—

## পোনৰ

বিয়াৰ পিচত হেজাৰ হলেও স্বামীয়ে ভাৰ্য্যাৰ আৰু ভাৰ্য্যাই স্বামীৰ সম্ভাষণ কামনা কৰে। কিন্তু প্ৰতাপৰ ক্ষেত্ৰত সেই আশা নফলিল। প্ৰতাপে সেইদিনা তাৰ শোৱনি কোঠাত সোমাই আচৰিত হৈ বুজি পালে, তাৰ বিছনাত বহি থকা সালঙ্কৃতা সুন্দৰী বীণাৰ প্ৰতি তাৰ অকণো মোহ নুপজিল। চকু তুলি এবাৰ মাথো তাইৰ প্ৰতি দৃক্‌পাক কৰাৰ বাহিৰে তাৰ মনত অকণো শিহৰণৰ ঢৌ নুঠিল,—এনেকি, তাৰ পিনে নেচালেও তাৰ প্ৰতি তাইৰ কোনো মনোযোগ নাই।

প্ৰতাপে এতিয়াহে ভাবিলে—সি কি কৰিলে। বীণাৰ প্ৰতি কোনো দিনেই তাৰ মৰম বা চেনেহ—একো নাছিল। তথাপি তাইৰ দেউতাক-মাকৰ সন্মান ৰক্ষাৰ কাৰণে, দয়াৰ ঋণ পৰিশোধৰ চেলুত এনেদৰে তাৰ জীৱনটোক,—লগতে বীণাৰ জীৱনটোকো

অশান্তিৰ মাজলৈ টানি অনা উচিত হৈছেনে? কিন্তু উচিত অনুচিতৰ প্ৰশ্নৰপৰা সি এতিয়া বাহিৰত। যি ঘটনা ঘটিল তাক আৰু ওলোটাই পেলোৱাৰ ক্ষমতা নাই। বীণাৰ পিনে চাই দেখিলে, তাই খিড়িকীৰ ভিতৰেদি বাহিৰৰ আন্ধাৰলৈ স্থিৰ দৃষ্টিৰে চাই আছে। শৰীৰৰ কতো অকণো কঁপনি নাই। শিলৰ নিচিনা স্থবিৰ।

তাৰ বুকুৰপৰা এটি হুমুনিয়াহ ওলাই আহিল। বীণাৰ পিনে চাই কোমল মাতেৰে কলে,—"শোৱা বীণা! নিশা বহুতো হৈছে।"

সি নিজেও বিছনাৰ পৰা গাৰু এটি আনি বেঞ্চখনত শুই পৰিল। গাৰুটোৰ ওপৰত এধাৰ মালা আছিল—শুধ বগা ফুলৰ। ৰাণীয়ে গাঁথি থোৱা মালা! কিন্তু কিয় থৈছে,—কি ভাবি? যিয়েই নহ'ক, মালাধাৰ তেনেকৈ অনাদাৰ কৰি পেলাই থবলৈ তাৰ সত নগ'ল। তুলি আনি ডিঙিত পিন্ধি শুই থাকিল। বীণাৰ কিন্তু কোনো ভাৱ পৰিবৰ্ত্তন নহল—তাই আগৰদৰেই স্থিৰ হৈ বহি থাকিল। যদিও বহুত খীণাইছে, বন্তিৰ পোহৰত তাইক বৰ ধুনীয়া দেখা গৈছিল,—কোনো শিল্পীয়ে ধুনীয়াকৈ আঁকি থোৱা পট এখনৰ দৰে।

সেইদিনা নিশা সিহঁতৰ কাৰো টোপনি নাহিল।

দিনবোৰ তেনেদৰেই যাবলৈ ধৰিলে।

বিয়াৰ এসপ্তাহ পিচতে সি বাতৰি পালে, সি এটা ভাল চাকৰি পাইছে—শিক্ষা বিভাগত। সি হাতেদি সৰগ পোৱাদি পালে। শহুৰেক শাহুৱেকে তাক চাকৰি এৰি দি এম, এ,



পঢ়িবলৈ বহুত বুজালে, কিন্তু সি সন্মত নহল। বীণাই পোৱা টকাৰ ওপৰত তাৰ কোনো অধিকাৰ নাই—স্ত্ৰীৰ ধনৰ ওপৰত যদি সি নিৰ্ভৰ কৰি জীয়াই থাকিব লাগে, তেন্তে তাৰ পুৰুষত্ব থাকিল ক'ত?

আনে ভাল নেপালেও, আৰু বৰুৱা সন্তুষ্ট নহলেও, প্ৰতাপৰ মাক আৰু ৰাণীয়ে মনতে যথেষ্ট গৌৰৱ অনুভৱ কৰিলে তাৰ আত্ম-সন্মানৰ বোধ দেখি।

সংসাৰী হ'ল প্ৰতাপ; কিন্তু তাৰ বিবাহিত জীৱনৰ কোনো পৰিবৰ্ত্তন নহল। দিনটো সি বাহিৰত কামে-কামে ফুৰে, ঘৰত থাকিলেও বীণাৰ লগত কোনো কথা নহয়। বীণায়ো কাৰো লগত মাতবোল নকৰে,—দুটা এটা প্ৰশ্নৰ উত্তৰ দিয়াৰ আৰু অতি প্ৰয়োজনীয় কথা কোৱাৰ বাহিৰে। কোঠাটোৰপৰা নোলায়েই —একো কামো নকৰে। কৰাৰ আৱশ্যকো নাই অৱশ্যে। ঘৰৰ আৱশ্যকীয় সকলো কাম ৰাণীয়েই কৰে;—প্ৰতাপেও আৱশ্যকীয় বস্তু বিচাৰি বীণা বা ৰাণী কাকো মতাৰ প্ৰয়োজন নহয়।

মাকেও বুজিলে, ৰাণীয়েও বুজিলে, ভিতৰত কিবা এটা আছে কিন্তু প্ৰতাপ বা বীণাৰ মুখৰ ভাৱ দেখি একো বুজিব নোৱাৰে। ছদ্মভাৱৰ আঁৰত দুয়ো দুয়োকো লুকুৱাই ৰাখে। প্ৰতাপে ৰাখে মাক, ৰাণী বা আন মানুহে কিবা সন্দেহ কৰাৰ ভয়ত, আৰু বীণাই লোক অপবাদৰ ভয়ত। আন নহলেও তাই এইটো বুজিছিল যে, তাইৰ ইচ্ছাতেই হ'ক, বা অনিচ্ছাতেই হ'ক, বিয়া এবাৰ হৈ গৈছে যেতিয়া, তাক অস্বীকাৰ কৰাৰ ক্ষমতা তাইৰ নাই।

গোটেই ঘৰখনত কিবা এটা অস্বস্তিৰ ভাব ওপঙি ফুৰিবলৈ ধৰিলে।—

কিন্তু বীণাৰ নিবৰতা এদিন ভাঙিল। প্ৰতাপ তাইৰ স্বামী, এইভাবে লাহে-লাহে তাইৰ মনত প্ৰভাৱ বিস্তাৰ কৰিব ধৰিলে। তাৰ ফলত তাইৰ প্ৰতাপক ভাল লাগি আহিল। তাৰ ধুনীয়া শৰীৰটো, গম্ভীৰ অথচ হাঁহি থকা মুখখনে তাইক মুগ্ধ কৰিলে—তাক ভাল পাবলৈ বাধ্য কৰিলে। তাইৰ মনৰ ভাল পোৱাৰ হেপাহটো আকৌ জাগি উঠিল। প্ৰতাপৰ নিৰ্ব্বিকাৰ ভাৱটো তাইৰ ভাল নেলাগিল। তাই আশা কৰিছিল, ভাবিছিল,—প্ৰতাপে তাইক ভাল পায়েই বিয়া কৰাইছে—ইমান অপবাদ কলঙ্কৰ পাচতো! তাৰ মন বুজিবলৈ তাই বহুত চেষ্টা কৰিলে, যত্ন কৰিলে তাৰ কামত লাগিবলৈ,—কিন্তু প্ৰতাপৰ তাইক প্ৰয়োজন নহ'ল। অন্তৰত গুমৰি থাকিল তাই। শেষত চেষ্টা কৰিলে ৰাণীক সুধি সি কি ভাল পায়, কি ভাল নেপায় তাক জানিবলৈ। শাহুৱেকৰ আল ধৰি প্ৰতাপক সন্তুষ্ট কৰিবলৈ যত্ন কৰিলে তাই। ইয়াৰ ফলত, প্ৰতাপৰ মাকৰ মনত আনন্দ লাগিল যদিও, প্ৰতাপৰ মনত কোনো ৰেখাপাত নহল। তাৰ আগৰ আচৰণৰ কোনো পৰিৱৰ্ত্তন নহল।

প্ৰতাপৰ এই উত্তাপহীন ব্যৱহাৰৰ কাৰণ বিচাৰি বিচাৰি বীণাই এদিন আৱিস্কাৰ কৰিলে যে, ৰাণীয়ে প্ৰতাপক ভাল পায়। মুখেৰে নকলেও, তাইৰ কাম-কাজ আৰু ভাৱতে সেইটো ফুটি ওলায়। তাইৰ সন্দেহ হ'ল, হয়তো প্ৰতাপেও ৰাণীক ভাল



পায়। কোনো নাৰীয়েই তাইৰ স্বামীয়ে তাইক এৰি আন তিৰুতাক ভাল পোৱাটো, বা আন তিৰোতাই তাইৰ স্বামীক ভাল পোৱাটো সহ্য কৰিব নোৱাৰে।

তাইৰ সন্দেহ সঁচাকৈয়েই সত্যত পৰিণত হ'ল সেইদিনা—যিদিনা তাই প্ৰতাপৰ পুথিৰ আলমাৰীটো সজাবলৈ গৈ তাত এখন সৰু ডায়েৰী বিচাৰি পালে।

সেইদিনা দুপৰীয়া। প্ৰতাপো ঘৰত নাই—অফিছলৈ গৈছে। শাহুৱেকৰ গা ভাল নহয়, বিছনাত পৰি আছে। ৰাণীও তেওঁৰ ওচৰত আছে। বীণাই প্ৰতাপৰ ডায়েৰীখন আনি মেলি চালে। বেচি কথা নাই। প্ৰভাতৰ মৃত্যু, গাওঁ এৰি অহা ইত্যাদি কথা। কিন্তু সি গাঁৱলৈ যোৱাৰ পিচৰ প্ৰতিদিনৰ ডায়েৰীতেই ৰাণীৰ উল্লেখ আছে। তাইৰ ৰূপ, গুণ, সৰুকালিৰ ধেমালি—তাইৰ প্ৰতি তাৰ অনুভূতিৰ কথা—গাঁৱলৈ যোৱাৰ দিনা বাটত দেখাৰ আৰু পুখুৰীৰ পাৰত তাৰে কপৌফুল দলিওৱাৰ কথা। কিন্তু কিয় জানোঁ, প্ৰতাপে বৰুৱানীৰ লগত বীণাৰ বিষয়ে হোৱা তাৰ কথাৰ কথা, আৰু সেইবিষয়ে তাৰ মনৰ দ্বন্দৰ কথা,—এইবোৰ একোকে লিখা নাছিল। সেইদিনা তাক ৰাণীয়ে প্ৰত্যাখ্যান কৰি প্ৰতাপৰ লগত তাইৰ সম্বন্ধৰ কথা কোৱা কথাটোৰো কোনো উল্লেখ নাছিল। মাত্ৰ এটা তাৰিখ, তাৰ পিচত আৰু একো লিখা নাই সি। শেষত মাথো লিখি থৈছে,—"আজিৰপৰা আৰু প্ৰতাপ আগৰ প্ৰতাপ নহয়, সম্পূৰ্ণ বেলেগ মানুহ এজন।"

বীণাৰ হাতৰপৰা ডায়েৰীখন সৰি পৰিল। তাইৰ মনৰ

চূকত যি একেৰি আশা আছিল, সিও কৰবাত উৰি পমি নোহোৱা হৈ গ'ল। তাইৰ মনত পৰিল, অজয়ৰ লগত কটোৱা তাইৰ সুখৰ দিনবোৰৰ কথা। আজিৰ আৰু সিদিনাৰ ভিতৰত কিমান পাৰ্থক্য! তাইৰ বুকুৰ কোনোবাখিনিত বিষাই উঠিল। আজি তাই ভালকৈ বুজিছে স্বামীৰ প্ৰেম কিমান কাম্য। ৰাণীৰ প্ৰতি ঈৰ্ষাত, হিংসাত তাইৰ হিয়া পুৰি গ'ল। কিন্তু নহয়,—ইমান সহজে তাই পৰাজয় স্বীকাৰ নকৰে। পত্নী হৈ তাই প্ৰতাপৰ প্ৰেম নেপাব আৰু তাক ভোগ কৰিব কেও কোনো নোহোৱা ৰাণীয়ে? নাই—হব নোৱাৰে। প্ৰতাপৰ হৃদয় জয় কৰি লবলৈ বীণা দৃঢ়প্ৰতিজ্ঞ হল। কোনো স্বামীয়ে যদি পত্নীক ভাল নেপাই আন তিৰোতাক ভাল পায়,—নাৰীৰ পক্ষে তাতকৈ অপমানৰ কথা একো নাই।

সেইদিনা আবেলি প্ৰতাপ অফিছৰপৰা অহা মাত্ৰে বীণাই লৰালৰিকৈ উঠি আহি তাৰ ভৰি হাত ধোৱা পানী ঠিক কৰি দিলে। কাপোৰ সলাবলৈ ঘৰত পিন্ধা কাপোৰ জোৰ লৈ আগত থিয় দিলে। প্ৰতাপ-ৰাণীৰ বিষয়ে যে তাই কিবা জানে, তেনে ভাব মুখত অকণো নাই।

প্ৰতাপ আচৰিত হ'ল এই পৰিৱৰ্ত্তনৰ কাৰণ কি, ভাবি। বীণাৰ আজি ধুনীয়া পাটৰ সাজ এজোৰ, কপালত এটা সেন্দুৰৰ ফোট, মুখত লাজৰ মিঠা হাঁহি। তাইৰ এই নতুন বেশত প্ৰতাপ মুগ্ধ হ'ল। তৃপ্তিৰ হাত বুলনি এটা মনৰ ওপৰেদি বাগৰি গ'ল তাৰ। পিচ মুহূৰ্ত্ততে তাৰ সন্দেহ হ'ল,—ইয়াৰ পিচপিনে



কিবা অভিসন্ধি আছে নেকি? কিন্তু সেই সন্দেহৰ কোনো হেতু বিচাৰি নেপালে সি। স্ত্ৰীয়ে স্বামীৰ শুশ্ৰূষা কৰিবলৈ ভাল পোৱাটো নিয়মেই। তাত সন্দেহ কৰাৰ কাৰণে তাৰ নিজৰ মনতে বৰ হাঁহি উঠিল।

সিদিনাৰ বীণাৰ কথা, হাঁহি আচৰণ সকলো তাৰ ভাল লাগিল। তাৰ প্ৰাণ সঁচাকৈয়ে নাৰীৰ প্ৰেমৰ কাৰণে অস্থিৰ হৈ উঠিল। ৰাণীৰ ওপৰত প্ৰতিশোধ লোৱাৰ স্পৃহাক সি শান্ত কৰিবলৈ বিচাৰিলে—বীণাক ভাল পাই,—যদিও শূন্য অন্তৰখন তৃপ্তিৰে ভৰি নুঠিল।

ইমানদিন পুতেক বোৱাৰীয়েকৰ আচৰণ আৰু মনোভাবে বুঢ়ীক মনে মনে বৰ দুখ দি আছিল। তথাপি তেওঁ একো কব নোৱাৰিছিল। ভাবিছিল, সংসাৰৰ মাজত সুখ আনন্দ বোধকৰোঁ তেওঁৰ কাৰণে নহয়। সেই বুলিয়েই তেওঁ মাকক প্ৰবোধ দি আছিল। এতিয়া সিহঁতৰ, প্ৰতাপ আৰু বীণাৰ মিলা-প্ৰীতি হোৱা যেন দেখি তেওঁ বৰ আনন্দ পালে, ঈশ্বৰে মূৰ দাঙি চালে বুলি। ৰাণীৰো আনন্দ হোৱাৰ কথা;—কিন্তু তাইৰ হিয়া নিৰানন্দৰ ছাঁই চাটি পেলালে। প্ৰতাপৰ আল্ ধৰিয়েই তাই মনৰ পোৰণি জুৰাই আছিল। কিন্তু তাতো বাদ সাধিলে আহি বীণাই। ৰাণীৰ নিজৰ মনৰ এই অৱস্থাত তাইৰ নিজৰে খং উঠিল—ইমান নীচ বুলি। কিন্তু তথাপি তাইৰ মনে প্ৰবোধ নামানে।

তাই যদিও প্ৰতাপক প্ৰত্যাখ্যান কৰিছে,—জোৰ কৰি নিজেই

তাৰ ওচৰৰপৰা আঁতৰি আহিছে,—তথাপি তাই কোনোমতেই প্ৰতাপৰ প্ৰতি তাইৰ হিয়ভৰা ভালপোৱা অস্বীকাৰ কৰিব নোৱাৰে। কিন্তু তাই প্ৰতাপক প্ৰত্যাখান কৰিলে কিয় ?

বীণাই লক্ষ্য কৰিলে ৰাণীক। তাইৰ মোলান মুখ দেখি মনত তাইৰ ৰং লাগিল। মনৰ ভিতৰতে এটা গোপন ক্ৰুৰ হাঁহি মাৰিলে,—এইক আৰু জ্বলাব লাগিব বুলি। তেহে তাইৰ মনে তৃপ্তি পাব।

লাহে লাহে বীণাই হকে-বিহকে কৰ্ত্তৃত্ব চলাব ধৰিলে। দাসীৰ দৰে ব্যৱহাৰ কৰে বীণাই ৰাণীক। আদেশ দিয়ে, আৰু অকণমান খুঁত দেখিলেই গালি পাৰে। এইখন যে বীণাৰহে সংসাৰ, ৰাণীৰ তাত কোনো অধিকাৰ নাই—সকলো ৰকমে তাকেই বুজাবলৈ চেষ্টা কৰে তাই ৰাণীক। বুঢ়ীয়ে সকলো শুনে ; কিন্তু বুজিব নোৱাৰে ইয়াৰ কাৰণ কি। ৰাণীৰ শুকান মুখখনলৈ চাই বুঢ়ীয়ে হুমুনয়াহ কাঢ়ে, আৰু ভাবে—তেওঁৰ আৰু কোনো কালেই সুখ নহল।

ৰাণীয়ে বুজি নেপায় তাইৰ দোষ কি ? বাক্যবাণত জৰ্জ্জৰিত হৈ বাৰীত সোমাই অকলে অকলে কন্দাৰ বাহিৰে আৰু তাইৰ আন উপায় নোহোৱা হ'ল। বীণাই সদায় সতৰ্ক দৃষ্টি ৰাখে তাইৰ ওপৰত—অকণমান মুখ ক'লা দেখিলে, বা তাই হুমুনিয়াহ কঢ়া যেন দেখিলে, গৰ্জ্জি উঠে,—"দিনে ৰাতিয়ে এইবোৰ কি অমঙ্গল মাতি আনিব ধৰিছে এই বিলাকে!" ৰাণীৰ যন্ত্ৰণাৰ পাৰ নোহোৱা হ'ল।



প্ৰতাপে এইবোৰ কথাৰ একো গম নেপায়। তথাপি, মাজে মাজে ৰাণীৰ বেদনাসনা শুকান মুখখন দেখিলে, তাৰ বুকুত শেল এপাটে বিন্ধি দিয়া যেন পায় সি,—"ৰাণীক মই বৰ কষ্ট দিছোঁ নেকি ?"

সিহঁতৰ ঘৰৰপৰা অশান্তিৰ ডাৱৰ এচপৰা নুগুচাতেই পৰিল।

* * * *

এদিন অফিচৰপৰা উভতি আহি প্ৰতাপে দেখিলে, বাহিৰৰ চ'ৰা ঘৰত ( মানুহ বহা কোঠাত ) সিহঁতৰ গাঁৱৰে অৱনি, নৰেন আৰু আন এজন ল'ৰা বহি আছে। তাক দেখিয়েই তিনিও মাটিত পৰি সেৱা কৰিলে। এজনৰ সি খুড়াক আৰু বাকী দুজনৰ ককায়েক হয়।

প্ৰতাপ আচৰিত হ'ল তাহাঁতক হঠাৎ তাত তেনেকৈ দেখি। গাওঁ এৰি অহা তাৰ আজি দুবছৰেই হয়, সি ইহঁতৰ কোনো খবৰকে লোৱা নাছিল, আৰু খবৰ পোৱাও নাছিল। ভায়েকৰ মৃত্যুৰ পিচৰ ঘটনাত গাৱঁৰ প্ৰতি তাৰ এটা ঘৃণা জন্মিছিল। ইহঁতো সেইদিনা প্ৰভাতৰ শৰাধত তাক সহায় কৰিবলৈ বা যোগ দিবলৈ যোৱা নাছিল। কিন্তু আজি আকৌ কিয় আহিছে ?

নানান সন্দেহ তাৰ মনৰ ওপৰেদি বাগৰি গ'ল। তথাপি মুখেৰে একো নকৈ তাহাঁতক বহিবলৈ দিলে।

ইয়াৰ পিচত মঙ্গলা-মঙ্গল সোধাৰ আৰম্ভ হ'ল। তাহাঁতে যি ক'লে তাৰপৰা সি বুজিলে, সিহঁতে গাওঁ এৰি গুচি অহাৰ পিচত গাৱঁৰ বহুত পৰিৱৰ্ত্তন হ'ল। মানুহবিলাকে, বিশেষকৈ

ল'ৰাহঁতে তাহাঁতৰ ভুল বুজিব পাৰি বৰ অনুতপ্ত হ'ল। সিহঁত অহাৰ সময়ত যি ঘৰটো সি গাৱঁৰ পঢ়াশালিৰ কাৰণে দি আহিছিল—তাক ৰাণীৰ মাহীমাকৰ ভায়েক নিৰণে এদিন পুৰি পেলালে। তাৰ পিচত সি কৰবালৈ পলাই গ'ল। তেতিয়া গাৱঁৰ ল'ৰাহঁতে ঘৰে ঘৰে খেৰ-বাঁহ খুজি, টকা তুলি, আৰু একো দিব নোৱাৰা বিলাকে খাটি দি ঘৰটো আকৌ সাজিলে। এতিয়া তাত পঢ়াশালি হৈছে। শিক্ষক দুজন—এজন গাৱঁৰে কৃষ্ণ! তেনেকৈয়ে আমবাৰীত সিহঁতে চিকিৎসালয় এখনো কৰিছে সৰুকৈ,—প্ৰভাতক চিকিৎসা কৰা ডাক্তৰ জনেও বহুত সহায় কৰিছে—টকা তুলি দি। তেৱেঁই তাত ৰোগীবিলাকক এবেলা এবেলাকৈ চাই যায়হি। এইবাৰ চৰকাৰে তাত এজন ডাক্তৰ দিব। চিকিৎসালয়খন লোকেলবোৰ্ডে লোৱাৰ কথা। যোৱা বছৰ মাহে আঢ়ৈ শ টকাকৈ চৰকাৰৰ সহায় পোৱা হৈছিল। হীৰা-গাৱঁত পুখুৰী খানিৰ পৰা হোৱা নাই যদিও, লোকেলবোৰ্ডক অনুৰোধ কৰা হৈছে সোণকালে পুখুৰীটো কৰি দিবলৈ। স্কুলৰ নাম প্ৰতাপৰ দেউতাকৰ নামত ৰখা হৈছে। সিহঁতে ক'লে,—গাৱঁৰ মানুহবোৰে অনুতপ্ত হৈ প্ৰতাপহঁতক গাৱঁৰ মাজত ওভতাই পাবলৈকে বৰ উৎসুক। আগৰ ভুলৰ কাৰণে সিহঁত অতিকৈ অনুতপ্ত। অৱনীহঁত আহিছে তাহাঁতক নিবলৈ—যাবই লাগিব।

কথা শুনি প্ৰতাপ স্তব্ধ হৈ ৰ'ল। এই হোজা গাৱঁলীয়া-বোৰলৈ তাৰ অন্তৰ সহানুভূতিৰে উপচি পৰিল। প্ৰকৃত মানুহ যদি আছে—গাৱঁতেই আছে। মাথোন তাৰ বিকাশৰ কাৰণে চেষ্টা কৰিব লাগে। সিহঁতে ভুল বুজিব পাৰিলে তাক শুধৰাবলৈ ব্যাকুল হৈ পৰে। নগৰীয়া গৰ্ব্বিত শিক্ষিতৰ দৰে সিহঁতে তাক অস্বীকাৰ নকৰে।



কি উত্তৰ দিব সি ভাবি নেপালে। এনেতে মাকে ভিতৰৰ পৰা ওলাই কলে,—"গাৱৰ মানুহবোৰে যদি ইমান ইচ্ছা কৰিছে, মই যোৱাই ভাল যেন দেখোঁ বাপ। পিতৃ-পিতামহৰ গাৱঁ—তাক কেনেকৈ এৰিবি। তোৰ যোৱাৰ সুবিধা নাই—চাকৰি আছে। মই আৰু ৰাণীয়েই যাওঁ। ইয়াত এনেকৈ বন্ধ হৈ থাকি আমনিও লাগিছে। হেজাৰ হলেও, গাৱঁতকৈ আৰু ভাল ঠাই আছেনে গাৱঁলীয়া মানুহৰ কাৰণে!"—মাকৰ কথাৰ সুৰত কাকুতি মিহলি বেদনাৰ ভাবসনা।

প্ৰতাপে ভাবিলে, স্বামীৰ ভেটি;—প্ৰভাতক, তেওঁৰ বুকুৰ ধনক বিসৰ্জ্জন দি অহা ঠাইৰ কথা মনত পৰি মাক বিচলিত হৈছে। যাবলৈ দিয়াই ভাল। হয়তো অলপ মন জুৰ পৰিব। তাৰোপৰি, ৰাণীৰ বেথাভৰা মুখখনো সি সহ্য কৰিব নোৱাৰাত পৰিছিল। ভিতৰি-ভিতৰি তাৰ হিয়া খয় হৈ গৈ আছিল। সি ভাবিলে, ৰাণীৰো ইয়াত মঙ্গল হব—তাৰো ভাল হব। হয়তো, গাৱঁৰ চিৰ-পৰিচিত সুন্দৰ আৱেষ্টনীৰ মাজত থাকি তাইৰ দুখবোৰ পাহৰিবও পাৰে। তাৰোপৰি, গাওঁখন প্ৰভাতৰ সমাধি স্থান।

ভাবি চিন্তি সি তাহাঁতৰ যোৱাতেই মত দিলে। কিন্তু সি নুবুজিলে, বুঢ়ী মাকৰ নগৰ এৰাৰ ইমান ইচ্ছাৰ কাৰণ কি!—

ঘৰখন বুঢ়ীৰ অসহ্য লাগি পৰিছিল। তাৰপৰা ক'ৰবালৈ গুচি যাবলৈ পালেই যেন ৰক্ষা পায়। ৰাণীৰো মৰা প্ৰাণ উলটি আহিল। বীণাবো ৰং লাগিল, চকুৰ কুটা আগবপৰা আঁতৰিল বুলি।

সিহঁতৰ যোৱাৰেই ঠিক হ'ল—প্ৰতাপৰ মাক আৰু ৰাণীৰ।—গ'ল।

প্ৰতাপে অৱনীহঁতক নবহৰি বাপুৰ খবৰ সুধিলে। সিহঁতে ক'লে যে, এদিন তেওঁ গাওঁ এৰি কৰবালৈ গুচি গ'ল। ক'লৈ গ'ল কোনোৱেই নেজানে। গাৱঁত আন আন মানুহবোৰে বৰ অত্যাচাৰ কৰিছিল তেওঁৰ ওপৰত। এনেকি, তেওঁৰ ঘৈণীয়েক মৰাৰ সময়তো শ পুৰিবলৈ কোনেও নগ'ল—তেওঁ অকলেই পুৰিলে। তাৰ পিচতে তেওঁ গাৱঁৰ পৰা গুচি গ'ল। প্ৰভাতৰ শ্মশানত তেওঁ এটা মন্দিৰৰ দৰে সৰু "ঘৰ" সজাই দিছে। প্ৰতাপহঁতৰ গাৱঁৰ মানুহবোৰে প্ৰভাতৰ জন্ম আৰু মৃত্যুৰ তাৰিখৰ দিনা তাত চাকি লগাই প্ৰাৰ্থনা কৰে।—প্ৰতাপৰ দুখ লাগিল,—ভাবাৱেগত চকুৰ কোণদুটা তিতি উঠিল। কিন্তু কি কৰিব, উপায় নাই। মানুহৰ মাজত দেৱতা থকাৰ দৰে পিশাচৰো অভাৱ নাই।

মাকে ভাবিছিল, গাৱলৈ গৈ ৰাণীৰো বিয়াৰ ঠিক কৰিব;—কিন্তু বিয়াত তাইৰ ভীষণ অমত। জেঠায়েকক এৰি তাই ক'লৈকো নেযায়। ৰাণীৰ মৰম দেখি বুঢ়ীয়ে হাঁহে আৰু বুজায়—"ছোৱালী হৈ আহিছ যেতিয়া বিয়া হবই লাগিব। নহলে কেনেকৈ হব। বেজাৰ কৰিতো লাভ নাই আই।" ৰাণীয়ে কোনোমতেই নুবুজে। ভয় দেখুৱায় যে বিয়া দিব খুজিলে তাই নৈত জাপ দিব। জেঠায়েকে আৰু একো কব নোৱাৰে। তাইক বাধা দিবলৈ সাহ নকৰে সেই সঙ্কল্পত। মনত তৃপ্তিও পায় তেওঁৰ প্ৰতি তাইৰ মৰমৰ প্ৰাবল্য দেখি।



## ভোল

মাকহঁত যোৱাৰ সাত দিনমান পিচত প্ৰতাপে চিঠি পালে ৰাণীৰ পৰা—মাকে গাৱঁতেই থাকিব খোজে—তায়ো লগতে থাকিব। গাৱঁত বুনিয়াদী শিক্ষাৰ কেন্দ্ৰ এটা খুলিছে এবছৰৰ কাৰণে,—তাই তাতে শিক্ষা লব। তাৰ মাক আগৰ ভেটিতে সৰু ঘৰ এটাত আছে। ভালেই আছে সিহঁত। গাৱঁৰ সকলোৱেই বৰ যত্ন লৈছে তাহাঁতৰ।

প্ৰতাপ অলপ আচৰিত হল। সি ভৱা নাছিল—মাকে তাতেই থিতাপি লব বুলি। তথাপি তাত সিহঁতে সুখ পাব বুলিয়েই, পিচদিনাই সেই ব্যৱস্থাত তাৰ কোনো আপত্তি নাই বুলি উত্তৰ দি পঠালে।

উত্তৰ পাই ৰাণীৰ সিমান ভাল নেলাগিল। তাই অন্ততঃ আশা কৰা নাছিল ইমান সহজে প্ৰতাপে সিহঁত গাৱঁত একেবাৰে থাকি যোৱা কথাত সন্মত হব বুলি,—ভৱাও নাছিল। মনতে ভাবিলে, হয়তো প্ৰতাপে ভাল পাইছে তাই তাৰ পৰা আঁতৰি অহাত। মনৰ দুখ মনতে মাৰি ভাগ্যক ধিয়াই তাই মনে মনে থাকিল।

ইয়াৰ পিচত প্ৰায় চাৰি বছৰ গ'ল।

ইয়াৰ ভিতৰতে প্ৰতাপে প্ৰাইভেটে পৰীক্ষা দি বুৰঞ্জীত প্ৰথম শ্ৰেণীত দ্বিতীয় হৈ এম,এ, পাছ কৰিলে। সিহঁতৰ দিনবোৰ একৰকম সুখতেই গৈছিল। মাত্ৰ শাহুৱেক বৰুৱানীয়ে মাজে মাজে সিহঁতৰ লৰাছোৱালী নোহোৱাৰ কাৰণে দুখ কৰিছিল! দুই এখন থানত মানস কৰিবলৈকো এৰা নাছিল। বৰুৱানীয়ে এই বিষয়ে কিবা ক'লে প্ৰতাপে মাথো হাঁহে,—বীণাই একো নেমাতে। মাকে ভাবে, আজিকালিৰ ডেকা গাভৰুৱে লৰা-ছোৱালীৰ জহল ভাল নেপায়,—সেই কাৰণেই চাগৈ—।

সেইদিনা কিবা তিথিৰ কাৰণে অফিচ বন্ধ আছিল। প্ৰতাপে চীন আৰু তীব্বতৰ লগত পুৰণি অসমৰ ৰাজনৈতিক আৰু সাংস্কৃতিক সম্বন্ধৰ বিষয়ে গৱেষণামূলক কিতাপ এখন লিখিবলৈ বুলি কিতাপ কিছুমান গোটাই আনিছিল,—তাকে পঢ়ি আছিল। এনেতে বাহিৰত এখন মটৰ ৰোৱাৰ শব্দ শুনা গ'ল। খিড়িকীৰ কাপোৰখন একাষৰীয়াকৈ দাঙি সি বাহিৰলৈ চাই দেখিলে, তাৰ ঘৰৰ সমুখতে ৰৈছে মটৰখন—টু-চীটাৰ। কোন আহিব পাৰে বুলি ভাবি সি অলপ আচৰিত হল।

মটৰৰ পৰা এজন মানুহ নামি আহি ইফালে-সিফালে চাই তাৰ ঘৰৰ টোলত সোমাল। সি বহি থকা কোঠাটোৰ পিনেই আহিল মানুহজন। তাক কেতিয়াবা দেখা-দেখা যেন মনত পৰে প্ৰতাপৰ। কিন্তু চিনাকি যে নাই, সেইটো ঠিক। মানুহজন তাৰ কোঠাটোত সোমাল। প্ৰতাপে দেখিলে মানুহজন ওখ, লাহি, বগাকৈ। গাত পছিমায়া সাজপাৰ। তাক দেখি মানুহজনে তাৰ পাইপটো লৈ থকা সোঁ-হাতখন অলপকৈ দাঙি সম্ভাষণ জনালে।



"নমস্কাৰ! মই বীণাদেৱীৰ স্বামীৰ লগত কথা কৈছোঁনে?"

প্ৰতাপ অলপ বেচিকৈ আচৰিত হোৱা যেন হল। বীণাৰ চিনাকি মানুহ। অজয় নহয়তো? তাৰ মনৰ মাজেদি সন্দেহৰ ৰেঙনি এটা চকমকাই উঠিল। তথাপি নিজক প্ৰকৃতিস্থ কৰি ৰাখি কলে,—"নমস্কাৰ! বহক। ময়ে বীণাৰ স্বামী।"

মানুহজন চকী এখনত বহি পৰিল। ব্যৱহাৰত এটা তাচ্ছিল্যৰ ভাৱ। সি তীব্ৰ দৃষ্টিৰে এবাৰ প্ৰতাপৰ পিনে চাই পঠিয়ালে। সিয়েই পোনতে কথা আৰম্ভ কৰিলে,—"বীণাদেৱী মোৰ বন্ধু আছিল,—বৰ বন্ধু!" তীব্ৰ বিদ্ৰূপৰ নীৰৱ হাঁহি এটাৰে সি আকৌ কলে,—"বহুত দিন মই ইয়াত নাছিলোঁ। তিনি দিনমান হ'ল, আহি শুনিলোঁ তেওঁৰ বিয়া হৈ গৈছে, বৰ গুণৱান পণ্ডিত এজনৰ লগত। ভাবিলোঁ খবৰ লৈ যাওঁ। ভাল লাগিব দেখা হলে।" মুখত আকৌ সেই হাঁহি।

প্ৰতাপৰ সন্দেহ ক্ৰমে দৃঢ় হৈ আহিবলৈ ধৰিলে। তীক্ষ্ণ দৃষ্টিৰে তালৈ এবাৰ চাই চুটিকৈ উত্তৰ দিলে,—"ভালেই কৰিলে।"

মানুহজনে কিন্তু তাৰ কথালৈ বা ভাৱলৈ মন নকৰিলে। বাৰে বাৰে দুৱাৰৰ কাপোৰখনৰ ফাঁকেদি ভিতৰৰ পিনে চাবলৈ ধৰিলে। তাৰ ধৰণ দেখিয়েই বুজা গ'ল সি বৰ অধৈৰ্য্য হৈ পৰিছে। শেষত সি সুধিলেই,—"বীণাদেৱীক এবাৰ দেখা

কৰিব পাৰিম নে? দেখা হলে বৰ ভাল পালোঁহেতেন।”

হঠাতে মনত পৰাৰ দৰে জাপ মাৰি উঠি প্ৰতাপে কয়— “ইচ্ হয়, মই পাহৰিয়েই গৈছিলোঁ। বাৰু, মাতি দিওঁ, আপুনি বহক।”

প্ৰতাপে ভাবিলে, চোৱা য'ক কি হয়! বীণাৰ মনৰ পৰীক্ষা এটাও হৈ যাব। ভিতৰলৈ গৈ বীণাক মাত দিলে, বাহিৰত কোনোবা এজন আহিছে, তাইৰ লগত দেখা হব খোজে বুলি। বীণাই কোনো সন্দেহ নকৰিলে, ভাবিলে কোনোবা বন্ধু আহিছে প্ৰতাপৰ। তাই বাহিৰ ওলাই গ'ল।

পৰ্দ্দাখন আঁতৰাই বাহিৰ কোঠাত সোমাই মানুহজনক দেখিয়েই বীণা থৰ লাগিল। তাই সপোনতো ভাবিব পৰা নাছিল অজয় কেতিয়াবা তাইৰ তালৈ আহিব পাৰে বুলি। মুখৰ আটাইখিনি তেজ যেন কিহবাই শুঁহি নিলে। মমৰ নিচিনা বগা হৈ পৰিল তাইৰ মুখখন। অজয়,—মানুহজন অজয়েই! কোনোমতে বেৰখনত ধৰি তাই নপৰাকৈ থিয় দি থাকিল। ভৰিখন তুলি ভিতৰলৈ সোমাই যোৱাৰ শক্তিও তাইৰ নাইকিয়া হল।

তাইক দেখিয়েই বিদ্ৰূপৰ হাঁহি এটা মাৰি অজয়ে ক'লে— “নমস্কাৰ বীণাদেৱী! আপোনাৰ নতুন সংসাৰ চাবলৈ আহিলোঁ। সুখতেই আছে দেখিছোঁ।”

বীণাই সহ্য কৰিব নোৱাৰিলে তাৰ হাঁহিটো। শৰীৰৰ সকলো শক্তিৰে প্ৰাণপনে তাই মাতটো উলিয়ালে,—“কিয় আহিছে আপুনি আকৌ, কি লাগে আপোনাক?”



হাতৰ পাইপটো জোকাৰি উপেক্ষাৰ সুৰত সি উত্তৰ দিলে,— “কিয় আহিছোঁ তাক তুমি ভালকৈয়ে জানা বীণা। যদি আৰু কাৰণ বিচৰা তাকতো আগতেই কৈছো—তোমাৰ সুখ চাবলৈ আহিছো বুলি।” তাৰ পিচত বীণাৰ উত্তেজনাত কঁপা শৰীৰটোৰ পিনে আৰু ৰঙা মুখখনলৈ সি আকৌ চাই কবলৈ ধৰিলে,—“ইমান উত্তেজিত নহবা বীণা। তোমাৰ পণ্ডিত স্বামীয়ে এনেকৈ দেখিলে তোমাৰ কাৰণেই বেয়া।” তাৰ চকুত আগৰদৰেই লোলুপ দৃষ্টি।

বীণাই বলিয়াৰ দৰে গৰ্জ্জি উঠিল,—“ওলাই যাবনে আপুনি ইয়াৰ পৰা! মোক এনেকৈ অপমান কৰাৰ কি অধিকাৰ আছে আপোনাৰ,—নেজানেনে ভদ্ৰ মহিলাক কি বুলি সম্বোধন কৰিব লাগে।”

প্ৰশংসাৰ কামনাময় দৃষ্টিৰে বীণাৰ পিনে চাই থাকি তাইৰ কথালৈ মন নকৰাৰ দৰে শান্তভাৱে সি কলে,—“তোমাৰ শৰীৰটো দেখি এতিয়াও লোভ হয়। প্ৰতাপ ভাগ্যৱান।” তাৰ পিচত সজাগ হোৱাৰ দৰে কয়,—“কি কৈছা তুমি? ব্যৱহাৰ নজনাৰ কথা? কিয়, আগৰ কথাবোৰ তুমি পাহৰি গ'লানে? বাৰু থক্ আৰু তোমাক আমনি নকৰোঁ এতিয়া, বেচি দূৰলৈ আগবাঢ়িলে তোমাৰ স্বামীয়ে হয়তো সন্দেহ কৰিব। মানুহৰ মুখত শুনা কথাবোৰ পাহৰিব পৰা নাই চাগৈ এতিয়াও—স্ত্ৰীৰ চৰিত্ৰৰ বিষয়ৰ কথা যেতিয়া। বাৰু, আজিলৈ আৰু উঠোঁহে!” সি থিয় দিলে।

এনেতে প্ৰতাপ সোমাই আহিল। সি এনেয়েই পলম কৰি

আছিল ভিতৰত—কথা কিমান দূৰ যায় বুলি। প্ৰতাপক দেখি তীব্ৰ হাঁহি এটা মাৰি সি কলে,—"বাৰু, যাওঁ ডাঙৰীয়া। পুৰণি বন্ধুক দেখি ভাল লাগিল। থকা দিনকেইটা আহি থাকিম, বেয়া নেপাব।"

শিলৰ মূৰ্ত্তিৰদৰে থিয় হৈ থকা বীণাৰ পিনে চাই প্ৰতাপে কয়,—"চাহ এটুপি নিদিলা বীণা?"

বাধা দি অজয়ে কয়,—"আজিলৈ থক্ বাৰু—দিনবোৰতো গুচি যোৱা নাই। নমস্কাৰ!"

সি বাহিৰ ওলাই মটৰত ষ্টাৰ্ট দিয়ে।

অজয় যোৱাৰ পিচত বীণাৰ পিনে চাই কাঠ-হাঁহি এটা মাৰি প্ৰতাপে কলে,—"অপ্ৰত্যাশিত ভাৱে পুৰণি বন্ধুক দেখি বৰ আচৰিত হৈছা চাগৈ বীণা, নহয়নে?"

বীণাই মন্ত্ৰচালিতাৰ দৰে মুখেৰে মাত্ৰ "ওঁ" শব্দ এটা কৰিলে। প্ৰতাপে আৰু একো নকৈ কিতাপ পঢ়িবলৈ বহিল। কিছু সময়ৰ পিচত বীণাৰ নাত শুনি সি উভটি চালে,—"কিয় ঘৰত সোমাবলৈ দিছিল আপুনি এই মানুহটোক? অসভ্য বদমাছ! আৰু কেতিয়াও সোমাবলৈ নিদিব ঘৰত। বাটৰপৰাই খেদাই দিব।" তাই দাঁত মুখ কৰচি উঠিল।

প্ৰতাপে দেখিলে তাইৰ মুখত খং-বিৰক্তি আৰু ঘৃণাৰ মিহলি ভাৱ এটা। তেনেহলে বীণাই এতিয়া অজয়ক ঘৃণা কৰে? সি স্বস্তিৰ নিশ্বাস এটা পেলালে। যি কি নহওক, তাৰ আৰু ঘৰ ভঙাৰ আশঙ্কা নাই। অলপ সময় বীণাৰ পিনে চাই থাকি



সি কোমল মাতেৰে কলে—"বাৰু—কিন্তু তুমি মোৰ কাৰণে চাহ এপিয়লা কৰি আনি দিয়াচোন। চাহ নেখালে পঢ়াত মন নবহে যেন লাগে।"

বীণা লাহে লাহে ভিতৰ সোমাল।

ভিতৰলৈ গৈ কিন্তু তাই আখলত নোসোমাল। চাকৰটোক চাহৰ কথা কৈ বিছনাত পৰি ভাবিবলৈ ধৰিলে। অজয়ৰ আকস্মিক আৱিৰ্ভাবে পাহৰি যাব ধৰা বড়িণ দুঃস্বপ্ন এটা তাইৰ মনত জগাই তুলিলে। কিয় আহিল আকৌ সি তাইক পুৰি মাৰিবলৈ? তাইৰ জীৱনত সি এটা ধুমকেতু আহিছিল। জীৱনটো দুৰ্ব্বহ কৰি তুলিছে সি তাইৰ মানত। ইমানতো সি শান্তি পোৱা নাইনে? সি যি বিচাৰিছিল সকলোকে দেখোন আদায় কৰিছে তাইৰপৰা। আকৌ কিয়? তাই ভাবিলে প্ৰতাপে তাক চিনিব পাৰিলে নে কি? কিন্তু মুখততো তেনে কোনো চিন দেখা নগ'ল! তেন্তে বোধকৰোঁ চিনা নাই—নিচিনিলেই ৰক্ষা। প্ৰতাপৰপৰা যিখিনি পাইছে তাই, তাক আৰু হেৰুৱাব নোখোজে। ভালপোৱাৰ বুভুক্ষা তাইৰ প্ৰাণৰপৰা এতিয়াও যোৱা নাই। তাই পাহৰি গ'ল, প্ৰতাপক তাই অজয়ৰ বিষয়ে কোৱা কথাখিনিয়েই তাক তাইৰ কিমানবোৰ কথা বুজাই দি গ'ল।

---

# সোতৰ

কিন্তু বীণায়ো ভুল কৰিলে—প্ৰতাপেও ভুল বুজিলে,—বীণাই অজয়ক পাহৰিবপৰা নাছিল। সেইদিনা আহি পোৱাৰ পিচত তাৰ চিন্তাই তাইক সদায় আমনি দিব ধৰিলে। তাই অনুভৱ কৰিছিল তাইৰ অপূৰ্ণতা। প্ৰতাপৰপৰা যিখিনি তাই বিচাৰিছিল সেইখিনি তাই পোৱা নাছিল। প্ৰতাপে তাইক মৰম কৰিছিল—যি বিচাৰিছিল তাকে দিছিল; কিন্তু তাৰ মাজতো তাই অনুভৱ কৰিছিল এটা প্ৰাণহীন শূন্যতা। তাৰ মৰমত হিয়াৰ উত্তাপ নাছিল—আছিল মাথো এটা ধোঁৱাৰ আৱৰণ। তাইৰ কোমল দেহাটো সি যেতিয়া সাৱটি ধৰিছিল দৃঢ় ভাৱে,—তাত প্ৰেমৰ উদ্দামতাতকৈ আছিল প্ৰতিহিংসাৰ প্ৰৱল আকাঙ্ক্ষা। ৰাণীৰ ওপৰত যেন সি প্ৰতিশোধ লব বীণাৰ মাজেদি। ৰাণীক প্ৰতাপে ভাল পায়, ৰাণীয়েও প্ৰতাপক পায়,—এই কথাটো তাই কোনো-মতেই পাহৰিব পৰা নাছিল। অজয় তাইৰ জীৱনলৈ অহা দিন কেইটাৰ মাজত কটোৱা মুক্ত প্ৰেমৰ উশৃঙ্খলতাৰ স্মৃতি তাইৰ মনৰপৰা এতিয়াও মচ খাই নিঃচিহ্ন হোৱা নাই। সেইদিনাৰ কথা মনত পৰিলে তাইৰ মন আৰু শৰীৰত আজিও কঁপনি উঠে। তথাপিও ইমান দিনে তাই তাক পাহৰিবলৈ যত্ন কৰিছিল,—বৰ্ত্তমানৰ ভাৱনা আৰু সংসাৰৰ কামৰ মাজতে মনটো আৱদ্ধ ৰাখিবলৈ চেষ্টা কৰিছিল,—কিছুদূৰ সফলো হৈছিল তাই। কিন্তু অজয়ৰ হঠাৎ উপস্থিতিয়ে তাইৰ শুই থকা বাসনাৰ অপূৰ্ণতা



খিনি আকৌ জগাই তুলিলে। প্ৰতাপে কিন্তু তাইৰ মনৰ এই অৱস্থাৰ কথা অকণো গম ধৰিবপৰা নাছিল,—মাথো লক্ষ্য কৰিছিল তাই আগতকৈ অলপ গম্ভীৰ হৈ পৰিছে। তাক কৰ্ত্তব্যৰ ভিতৰলৈকে নানিলে প্ৰতাপে।

অজয় আহি যোৱাৰ পিচৰ পৰাই বীণাৰ মনত কি জানোঁ এটা ভাৱ হ'ল,—প্ৰতাপক যেন তাই সদায় ওচৰতে ধৰি ৰাখিব। তাই যেন প্ৰতাপক লগত লৈ চিনেমা, থিয়েটাৰ চাই ৰং-ৰহইচৰ মাজতে কটাই দিব দিনবোৰ। নিজকে পাহৰি থকাৰ দুৰ্ব্বাৰ আকাঙ্ক্ষা এটাই অস্থিৰ কৰি তুলিলে তাইক।

সেইদিনা বীণাই প্ৰতাপক কৈছিল, বিজুলীত অহা 'যুগৰ দাবী' নামৰ চিনেমাখন চাই অহাৰ কথা। কিন্তু প্ৰতাপৰ সেইদিনা অফিচত অলপ বেচি কাম আছিল কাৰণে—"আজি নোৱাৰিম, আৰু কেইদিনমান পিচত যাম" বুলি কলে।

বীণাই বৰ আগ্ৰহ এটা লৈ এই অনুৰোধটো কৰিছিল। কিন্তু প্ৰতাপৰ উত্তৰ শুনি তাই মনত আঘাত পালে। তাই একো নেমাতিলে। মুখ এন্ধাৰ কৰি তাৰ ওচৰৰ পৰা উঠি গুচি গ'ল।

প্ৰতাপে বুজিলে বীণাই বৰ বেয়া পালে। কিন্তু উপায় নাই। অফিচত আজি কেইদিনমানৰ পৰা কামৰ যিহে ভীৰ হৈছে, তাক ঠেলি মূৰ ডাঙিবলো তাৰ সাধ্য নোহোৱা হৈছে। তথাপি বীণাইতো নুবুজিব সেইটো! মিছামিছি অশান্তি এটা কৰি হয়তো দিনটোৱেই নমতাকৈ থাকিব। প্ৰতাপে এনেবোৰ

অশান্তি অলপো সহ্য কৰিব নোৱাৰে।

অফিচলৈ যোৱাৰ সময়ত সি শোৱা কোঠাত সোমাই দেখিলে, বীণাই তলমূৰ কৰি কিবা এডোখৰ কাপোৰত ফুল তুলি আছে। প্ৰতাপ সোমোৱা গম পায়ো তাই এবাৰো মূৰ তুলি নেচালে। প্ৰতাপে ভাবিলে, হয়তো তাই সি কামলৈ যাবলৈ ওলোৱা গমেই পোৱা নাই,—সেই কাৰণে জোতা জোৰ ভৰিত সুমুৱাই লৈ ডাঙৰকৈ গল-খেকাৰি এটাও মাৰিলে; কিন্তু বীণাই লৰ-চৰ কৰাৰ আগন্তুক দেখা নগ'ল। তেতিয়া প্ৰতাপে মাতটো ডাঙৰকৈ তাইক উদ্দেশ্য কৰিয়েই কলে,—

"অগত্যা যদি চিনেমালৈ নগলেই নহয়, তেন্তে তুমি কাবোবাক লগ পোৱা যদি তাৰ লগতেই যাবা। অফিচৰপৰা আহোঁতে মোৰ গধূলি হব।"

বীণাই তথাপিও "হয়" "নহয়" একোকে নকলে। প্ৰতাপে উত্তৰৰ কাৰণে অলপ সময় ৰৈ থাকি পিচত ছাতিটো হাতত লৈ ওলাই গুচি গ'ল।

প্ৰতাপৰ চিনেমালৈ এই অসম্মতিক বীণাই আন ধৰণে ললে। আজি চাৰি পাঁচ দিনৰপৰা তাই সদায় তাক কুতুৰি আছে আবেলি একেলগে ফুৰিবলৈ যাবলৈকে, নহলে চিনেমা বা থিয়েটাৰ কিবা চাবলৈকে! কিন্তু প্ৰতাপে সদায় "সময় নাই" বুলি আঁতৰি আছে। বীণাই সন্দেহ কৰিছিল—প্ৰতাপৰ এই অসম্মতিৰ কাৰণ—সময়ৰ অভাৱ নহয়—তাৰ নিজৰ অনিচ্ছা। বীণাক সি সঁচাকৈ ভাল নেপায়। সেই কাৰণে তাইক লৈ কৰবালৈ



যাবলৈকো সি ভাল নেপায়। ভাল পালে, সময়ো উলিয়াই লব পাৰিলেহেঁতেন। সৌ ওচৰৰে হুৰবাৰ ঘৰৰ,—তেওঁলোকৰ বিয়া হোৱাৰো আজি প্ৰায় বাৰ বছৰেই হবহি, কিন্তু ল'ৰা-ছোৱালী কেইটিক এৰি থৈ তেওঁলোক দুয়ো গধূলি সময়ত সদায় ফুৰে। সপ্তাহে সপ্তাহে চিনেমাও চায়! কিমান সুখী তেওঁলোক। হুৰাবাণীৰ মুখৰ হাঁহি নুগুচেই। বীণাৰ মনত প্ৰতাপৰ প্ৰতি এটা অভিযোগ মূৰ দাঙি বিদ্ৰোহী হৈ জাগি উঠিল। তাই ঠিক কৰিলে, প্ৰতাপৰ কাৰণে তাই ৰৈ নেথাকে। যাৰে লগত পাৰে তাৰে লগতেই যাব চিনেমা চাবলৈকে। অজয়ক পালে তাৰ লগতো যাব,—কাকো তাই ভয় নকৰে। প্ৰতাপে ভাবিছে, সি নহলে বীণাৰ নচলেই। তাই দেখুৱাই দিব তাক—কাৰ প্ৰয়োজন কাক কিমান বেচি।

সিদিনা ভাত পানী খাই উঠিয়েই তাই বীণাৰ তালৈ গ'ল। চাকৰটোক কৈ গ'ল—নিশা তাই ভাত নেখায় বুলি। ভনীয়েকৰ ঘৰত খাব। প্ৰতাপক কিবা কব লাগিব নে নেলাগিব, তাৰ বিষয়ে তাই একো নকলে।

ৰীণা, বীণাৰ গিৰিয়েক আৰু ৰীণা তিনিও চিনেমা চাবলৈ গ'ল। হলত বহিও কিন্তু বীণাৰ মন অকণো ভাল নেলাগিল। তাই অনুভৱ কৰিলে যেন হলৰ সকলোৱে তাইক অনুকম্পাৰ দৃষ্টিৰেই চাইছে! স্বামীৰ প্ৰেমৰপৰা বঞ্চিতা বুলি আজি যেন সকলোৱে তাইৰ প্ৰতি এটা পুতৌৰ ভাৱ। তাইৰ তৎক্ষণাত হলৰপৰা ওলাই আহিবৰ মন গ'ল,—কিন্তু এবাৰ আহি বহিছে

ষেতিয়া, উঠি গ'লে বেয়া দেখি বুলি নিৰবে বহি থাকিল।

জিৱণিৰ সময়ত দেখিলে—আগৰ শাৰীৰ এখন আসনত বহিছে অজয়। অজয়ে তাইৰ পিনে একদৃষ্টিৰে চাই আছিল—জগতৰ কাকুতি আৰু করুণতাৰে যেন ভৰা তাৰ চকু দুটা। বীণাৰ চকু তাৰ ওপৰত পৰা মাত্ৰকে তাই উচপ খাই উঠিল। মনটো তাইৰ তল-ওপৰ লাগি গ'ল। তাই যেন তাতেই নাই-কিয়া হৈ যাব—অজয়ৰ দৃষ্টিৰ আঁতৰ হৈ। কিন্তু তাইৰ কাৰণে সিমানখিনি চঞ্চলতা যে অশোভন। তাকে ভাবি স্থিৰ হৈ তাই পৰ্দ্দাখনৰ পিনে চাই বহি থাকিল—যেন ওচৰৰ আন কোনো বস্তুকেই তাই দেখা নাই—সেই বগা পৰ্দ্দাখনৰ বাহিৰে।

অজয়লৈ তাইৰ যে এই ভয় কিয়, বীণাই নিজেই বুজি নেপায়।

চিনেমা শেষ হ'ল?

বীণাহঁতৰ তাত ভাত-পানী খোৱা হোৱাৰ পিচত বীণাই মটৰেদি আনি তাইক ঘৰত থৈ গ'ল।

ঘৰ সোমাই শোৱা কোঠাৰ লাইটটো জ্বলাই বীণাই দেখিলে, প্ৰতাপৰ দোৰ্ঘোৰ টোপান। মুখত নিশ্চিত শান্তিৰ ভাৱ এটা।

বীণাৰ মনটো খঙতে জ্বলি উঠিল। এই মানুহজন! আজি ইমান দিনে এওঁ বীণাক জ্বলাই আছিছে অশান্তি দি,—কিন্তু তাৰ কাৰণে তেওঁৰ নিজৰ কোনো অনুতাপ নাই। বীণা ঘৰত নাই—তথাপি তাৰ প্ৰতিও এওঁৰ অকণো দুৰ্ভাৱনা বা চিন্তা নাই। তাইৰ অন্তৰখন বিষাই যায়।



লাইটটো নুমুৱাই দি বিছনাখনৰ এটা চুকত তায়ো শুই পৰে। কিন্তু গোটেই নিশাটো তাইৰ টোপনি নাহিল,—অজয় আৰু প্ৰতাপৰ কথা ভাবি ভাবি।

* * *

মনৰ লগত যুঁজি যুঁজি ভাগৰি পৰিছিল বীণা। সেইকাৰণে ইয়াৰ পিচত যিদিনা অজয় আহিল, বীণাই তাক খেদি দিব নোৱাৰিলে। সি সুযোগ ললে,—প্ৰতাপৰ অনুপস্থিতি আৰু বীণাৰ দুৰ্ব্বলতাৰ। সি কৈ যাবলৈ ধৰিলে—"তুমি বিয়া কৰালা, স্বামী পালা। তুমি এতিয়া সুখী। কিন্তু মোৰ কথা এবাৰ তুমি ভাবি চাইছিলা নে? এবাৰ তুমি বুজিবলৈ চেষ্টা কৰিছিলা নে, তোমাৰ অবিহনে মোৰ জীৱনটোৰ কিমানখিনি অপূৰ্ণতা ৰব। দেউতাৰাই তোমাক ঘৰত বন্ধ কৰাৰ পিচৰপৰা তোমালোকৰ ঘৰৰ আগেদি দিনটোত কেইবাৰ ঘূৰিলোঁ—কেইদিন ফুৰিলোঁ অকল তোমাক দেখা পোৱাৰ আশা কৰি, কিন্তু নেদেখিলোঁ। তেতিয়া বুজিলোঁ তোমাক আৰু মই কেতিয়াও লগ নেপাওঁ। জীয়াই থকাটো মোৰ কাৰণে এটা অভিশাপ হৈ পৰিল। ইয়াৰপৰা গুচি গলোঁ। যদি তোমাক পাহৰিব পাৰোঁ, তাৰ চেষ্টাত গোটেই ভাৰত ঘূৰি ফুৰিলোঁ, কিন্তু একো নহল। মনটোৱে আকৌ মোক ইয়ালৈ টানি আনিলে। আহি শুনিলোঁ—তুমি এতিয়া বিবাহিতা,—বৰ সুখ হৈছে তোমাৰ। সেই সুখ এবাৰ চকুৰে চাবলৈকে ইচ্ছা গ'ল,—কিন্তু দেখিলোঁ, তুমি প্ৰকৃততে সুখী হোৱা নাই। অস্বীকাৰ নকৰিবা বীণি, তুমি মোক সঁচাকৈয়ে পাহৰিব পৰা নাই। সংসাৰত তোমাৰ মন

বহা নাই, বহাব পৰা নাই, মই বুজিছোঁ। তোমাৰ দুখত সঁচাকৈয়ে মোৰ বুকু ফাটি গৈছে বীণি। যদি তোমাক হিয়া ফালি দেখুৱাব পাৰিলোহেঁতেন তুমি বুজিলাহেঁতেন।" তাৰ মাতত সেই আগৰদৰে আৱেগ, উচ্ছাস্, ব্যাকুলতা। তাই স্বপ্নাচ্ছন্নৰ দৰে শুনি থাকিল। বীণাৰ ওচৰ চাপি হাত দুখন তাৰ হাতৰ মাজত লৈ সি আকৌ কলে,—"উপায় জানো নাই লাহৰী, তোমাৰ উদ্ধাৰৰ! কোৱা, মই কি কৰিব লাগে। তোমাৰ কাৰণে মই সকলো কৰিম—সকলোৰে কাৰণে মই সাজু।" তাৰ মাতত এটা লুটি খাই পৰা মিনতি। হাতখন আঁতৰাই নিবলৈকো তাইৰ শক্তি নোহোৱা হ'ল। আপোনা আপুনি মাথো মুখেদি ওলাল, "মুক্তিৰ উপায়?"

অফিচৰ পৰা উভতি আহোঁতে অলপ দূৰৈৰপৰা প্ৰতাপে দেখিলে তাৰ ঘৰৰ আগৰপৰা অজয়ৰ টু-চীটাৰখন গুচি যোৱা। তাৰ মনটো গম্ভীৰ হ'ল,—সি আকৌ আহিছিল তেন্তে! ঘৰলৈ গৈ দেখিলে, আয়নাৰ ওচৰত বীণা,—তাইৰ চকুত তন্দ্ৰাৰ আমেজ। সি বুজিলে, তাৰ ইমানদিনৰ বিশ্বাস তেনেই ভুল। দিনটো সি একো নকলে—চাকৰ-নাকৰে শুনাব ভয়ত। নিশা শোৱাৰ সময়ত সুধিলে বীণাক—"সেইদিনাৰ মানুহজন আজি আকৌ আহিছিল নে কি বীণি? মটৰখন তাৰ আমাৰ ঘৰৰ আগত ৰোৱা যেন দেখিছিলোঁ।" অজয়ৰ সংস্পৰ্শত বীণা আকৌ আগৰ বীণা হৈ গৈছে। তাই গুজৰি উঠিল,—"কিয় লাগে আপোনাক ইমান বিচাৰ? দিনটো বাহিৰত থাকে, মোৰ এজন বন্ধু আহিলেও



দায় লাগেনে?" প্ৰতাপে জানিলে, অজয়ৰ মত্ত মোহৰ পৰা নিজক মুক্ত কৰি আনিব নোৱাৰে বীণাই—তাই তেনে মনৰ বল থকা ছোৱালী নহয়। তথাপি সি ক'লে,—"সুধিছিলোঁ এনেয়ে। তুমি তাক ভিতৰ সোমাবলৈ হাক দিছিলা নহয়।" সি কবলৈহে পালে। ক্ৰুদ্ধা সাপিনীৰ দৰে তাই গৰ্জ্জি উঠিল, "এৰা, মোৰ যি ইচ্ছা যায় তাকে কম,—যি মন যায় তাকে কৰিম। বাধা দিবলৈ আপুনি কোন? নেভাবিব টকাৰ লোভত মোক বিয়া কৰি, মোৰ স্বাধীনতাখিনি হৰণ কৰাৰ সুবিধাও আপুনি পাইছে বুলি। আপোনাৰ নিচিনা নীচ ভণ্ড বুলিও নেভাবিব মোক। মই কিবা কৰিলে দেখাদেখিকৈ কৰোঁ। মনে মনে এজনক ভাল পাই,—বাহিৰে আনক ভাল পোৱাৰ অভিনয় কৰা মোৰ স্বভাৱ নহয়—মই অজয়ক ভাল পাওঁ। আগতেও পাইছিলোঁ, এতিয়াও পাওঁ আৰু সদায় পাম।" তাই ফোঁপাবলৈ ধৰিলে। প্ৰতাপ স্তব্ধ হৈ ৰ'ল;—তাইৰ নিজৰ নিৰ্ল্লজ্জতাৰ এই অকুণ্ঠিত স্বীকাৰোক্তি শুনি সি অবাক হ'ল এই ভাবি যে কিমান পতন হ'লে বিবাহিত স্ত্ৰীয়ে বিয়াৰ ছয় বছৰৰ মূৰত স্বামীৰ আগত তাইৰ গুপ্ত প্ৰেমাস্পদৰ কথা এনেকৈ কব পাৰে। ঘৃণাৰে তাৰ মন তিতা হৈ গ'ল। তীব্ৰ গৰল-সনা মাতেৰে সি ক'লে,—"তাৰ প্ৰতি ইমানেই যদি ভাল পোৱা তোমাৰ, বিয়া বহিছিলা কিয়?" বীণাই একে সুৰতে ক'লে,—"বিয়া মই বহিছিলোঁ নে জোৰকৈ কৰিছিল। কোনোবাই সুধিছিলনে

বিয়াত মোৰ মতামতৰ কথা ?” প্ৰতাপে আৰু সহ্য কৰিব নোৱাৰিলে। বিৰক্তিৰে কৈ পেলালে—“এতিয়াও তোমাক মই মুক্তি দিছোঁ। তুমি যাব পাৰা তাৰ তালৈ।” পিচমুখ দি সি শুই থাকিল। নিশাটো তাৰ টোপনি নাহিল,—বীণাৰো!

বীণাই মনে মনে ঠিক কৰিলে প্ৰতাপৰ লগত তাইৰ এই বন্ধন তাই ছিঙিবই। তাৰ কাৰণে পিতাক, প্ৰতাপ, সমাজ কাকো তাই ভয় নকৰে। এইদৰে তাইক বলি দিবলৈ সমাজৰ বা আনৰ কি অধিকাৰ? জীৱনটো তাইৰ নিজৰ; তাত কাৰো দাবী নাই।

এই ঘটনাৰ সাতদিন পিচৰ কথা। এই কেইদিনৰ ভিতৰত প্ৰতাপৰ আৰু বীণাৰ একো মাতবোল হোৱা নাই। সেইদিনা অফিছৰপৰা আহি ভিতৰ সোমাই দেখিলে বীণা নাই। তাইৰ গহনাৰ বাকচ, কাপোৰৰ ট্ৰাঙ্ক—একো নাই। মেজৰ খলপটো খুলি চালে চেক্-বুকো নাই। বীণাৰ নামতে সি যৌতুকৰ ৫০ হেজাৰ টকা থৈছিল। প্ৰতাপৰ মূৰত চৰগ ভাগি পৰা যেন লাগিল। ইমানদূৰ হব বুলি সি ভবা নাছিল। বীণা সঁচাকৈয়ে অজয়ৰ লগত গ'ল।

সি তেনেদৰে থাকোঁতেই চাকৰৰ ল'ৰাটো আহি তাক ক'লে “দেউতা। আইদেউৱে সেই সদায় অহা মানুহজনৰ লগত বাকচ—বিছনা লৈ গ'ল। তেওঁ মটৰ লৈ আহিছিল। আইদেৱে মোক কৈ গৈছে আপোনাক কবলৈ, আপুনি কোৱামতেই তেখেত গ'লগৈ হেনো!” সেইদিনা নিশা কোৱা কথা!



তাৰ মুখখন কেহৰাজ-বটা যেন ক'লা হ'ল। কিন্তু তৎক্ষণাতে সি নিজক সামৰি ললে। মানুহৰ আগত এনেকৈ ক'লে লাজ থাকিব ক'ত তাৰ। মুখলৈ জোৰকৈ হাঁহি এটা টানি আনি বৰ ভুল হৈ যোৱাৰ দৰে কলে—“ইচ্! মই পাহৰিয়েই আছিলোঁ অ'। যা চোন লৰালৰিকৈ মোক চাহ পিয়লা আনি দে। বিছনাখনো বান্ধিবলৈ আছে?”

ল'ৰাটো বীণা যোৱাত আচৰিত হৈছিল—এতিয়া আৰু আচৰিত হ'ল। “কৰবালৈ যাব দেউতা? ক'তা, আমাকতো আগতে একো কোৱা নাই?”

“বৰ ভুল হ'ল অ'। আজি দুপৰীয়াহে ঠিক হ'ল। যোৱা মানুহজনক আইদেৱেৰক নিবলৈকে পঠিয়াই দিয়া কথা মই পাহৰিছিলোঁৱেই। যা ততাতৈয়া কৰ। গাড়ীৰ বেলি হব।”

“এই পাহৰি যোৱাটো যে কিমান অসম্ভৱ তাক বুজিব বা ভাবিব পৰা বুদ্ধি সেই ল'ৰাটোৰ নাছিল।

চাকৰৰ ল'ৰাটোৱে লৰা-লৰিকৈ চাহ কৰি তাক আনি দিলে। ধৰাধৰিকৈ বিছনাও বান্ধি দিলে। চাহ খাই উঠি, গাড়ী এখন মাতি আনি প্ৰতাপ ষ্টেছনৰ পিনে গ'ল। যোৱাৰ সময়ত ল'ৰাটোৰ হাতত ৫০৲ টা টকা দি কলে,—“ঘৰ তোৰ হাততে এৰিলোঁ—আমি ঘূৰি আহোঁতে কিছুদিন পলম হব পাৰে—আইদেৱেৰ দৌতাকৰ ঘৰত কৰি।” প্ৰতাপ গুচি গ'ল।

প্ৰতাপে কিন্তু বীণাক ওভোটাই আনিবলৈ যোৱা নাছিল,—বীণা য'লৈকে য'ক—তাৰ আপত্তি নাই। তাৰ মাথো চিন্তা

হৈছিল—তাৰ এই লাজ সি মানুহৰ আগত কেনেকৈ লুকুৱাব। সকলোতকৈ ডাঙৰ সমস্যা—বীণা অজয়ৰ লগত যোৱাৰ কথা সি বৰুৱাৰ আগত কোন মুখেৰে কব? টকাৰ মোনাটোও চালে। ৰূপ আঠ শ আছে—যোৱা কালি সি কিবা কাৰণত বেঙ্কৰ পৰা উলিয়াই আনিছিল। কিন্তু সি ভবাই নাছিল এনেকৈ তাৰ দৰকাৰ হব বুলি। সি ঠিক কৰিলে দাৰ্জ্জিলিঙলৈকেই সি যাব,—অসমত নেথাকে। তাৰ পৰাই সকলো কথা লাহে লাহে জনাব। জানিবইতো সকলোৱেই এদিন!

বাটতে—এখন চিঠি লিখি প্ৰতাপে বৰুৱাক জনালে যে কেন্দ্ৰীয় চৰকাৰৰ তলত এটা কাম পাই সি লৰালৰিকৈ গুচি আহিব লগা হ'ল,—বীণাও আহিছে। তেওঁলোকে চিন্তা নকৰে যেন। বৰুৱা বৰুৱানীয়ে খবৰ পাই আচৰিত হল যদিও, সন্দেহৰ কোনো কাৰণ নেদেখিলে। বৰুৱাই মাথো এটা হুমুনিয়াহ কাঢ়িলে, "তাৰ thesis খন submit কৰা নহল আৰু" বুলি।

দাৰ্জ্জিলং পায়েই প্ৰতাপে সি কাম কৰা অফিচৰ বিভাগীয় অধ্যক্ষ গৰাকীলৈ এই মৰ্ম্মে তাঁৰ কৰিলে যে, তাৰ ঘৈণীয়েকৰ বৰ টান বেমাৰ হোৱাত সি হঠাৎ কোনো বাতৰি নিদিয়াকৈ গুচি আহিব লগীয়া হ'ল। বাধ্যত পৰি সি কামৰ পৰা অৱসৰ লব লগাত পৰিছে,—তেখেতে যেন মঞ্জুৰ কৰে।

---

# উত্তৰ

বীণাই বুজি নাপালে, তাই এনেকৈ ওলাই আহি কেনে কাম কৰিলে। পিচত বুজিছিল—সতিনী হিংসায়েই তাইক তেনে কৰিবলৈকে উদগাইছিল। তাকো তাই তেতিয়াহে বুজিলে, যেতিয়া অজয়ৰ লগত কলিকতাৰ গ্ৰেণ্ড হোটেললৈ গৈ অলপ বহাৰ পাচতেই, ক্ষণিক উন্মাদনাৰ কলা ঘুমটি ভাঙি তাই সাৰ পালে; কিন্তু তেতিয়া বহুত পলম হৈছে। তাইৰ মনৰ অৱস্থা বুজিয়েই হবলা, অজয়ে তাইক সুধিলে—"কি হৈছে ডাৰ্লিং, কি ভাবিছা?" ক্ষীণ শেতা হাঁহি এটা মাৰি তাই কয়, —"অলপ আচহুৱা যেন লাগিছে অজয়! সেই কাৰণে—।" প্ৰতাপৰ কথা মনত পৰা বুলি তাই কব নোৱাৰে, কবই বা কোন মুখে। অজয়ে হাঁহি দিয়ে,—"সকলো ঠিক হৈ যাব। এয়েই আমাৰ নতুন সংসাৰ—প্ৰেমস্বৰ্গ!" বীণাক সি ওচৰলৈ টানি আনে—তাই মাথো নিৰ্জ্জীৱৰ দৰে তাৰ ইচ্ছাৰ লগতে চলা-ফুৰা কৰে।

দিনবোৰ সিহঁতৰ গৈছিল ভালেই। ৰেষ্টুৰাৰ ভাত-চাহ, চিনেমা—থিয়েটাৰ—সকলোৰে মাজত দিনবোৰ তাহাঁতৰ সুখময় সপোনৰ দৰেই লাগিছিল। বীণায়ো পাহৰি আছিল তাইৰ জীৱনৰ এই মচিব নোৱাৰা কলঙ্কটোৰ কথা। অজয়ে তাইক খুজি খুজি বেঙ্কৰ পৰা দুশ তিনিশকৈ টকা উলিয়ায়েই আছিল—দিনে সপ্তাহে। বীণায়ো নিজক এৰি দিছিল এই মোহমত্ত ডেকাৰ হাতত। তাতেই যেন তাই এটা অমিয় সুখ লাভ কৰিছিল।

চাৰিমাহ মান পিচত।

সেইদিনা আবেলি অজয় ঘৰত নাছিল,—দুপৰীয়াতে ওলাই গৈছিল কিবা কাম আছে বুলি। বতৰ বৰ জহ। সিহঁতৰ কোঠাটোৰ পিনে দুই এটা হোটেলৰ বেহেৰাৰ বাহিৰে আন কোনো মানুহ নাহেও। বীণাই তাইৰ কাপোৰ কানিবোৰ অলপ ঢিলাই দি বিছনাতে বাগৰি আছিল গৰমত ৰব নোৱাৰি! হঠাৎ তাইৰ চকু পৰিল,—হোটেলৰ ওচৰৰে চাৰি মহলা ঘৰটোৰ ওপৰৰ পৰা, তাহাতৰ কোঠাটোৰ পিনে মুখকৈ থকা কোঠাটোৰ খিড়িকী খনৰ ওচৰত থিয় হৈ এজন মানুহে তাই অসম্বৃত দেহটোৰ পিনে চাই আছে। তাৰ দুই চকুৰ লোলুপতাই যেন তাইক গোটে-গোটে গিলি পেলাব। তাইৰ ঘৃণা লাগিল মানুহজনলৈ। ইমান নিৰ্লজ্জ এই মানুহবোৰ। লৰালৰিকৈ কাপোৰ সামৰি লৈ তাই উঠি বহিল! দেখিলে মানুহজন তাৰ পৰা তেতিয়াও আঁতৰা নাই, তাইৰ পিনে চায়েই আছে। তাই সহ্য কৰিব নোৱাৰি খিড়িকীৰ ওচৰলৈ গৈ পৰ্দ্দাখন ভালকৈ টানি দি দুৱাৰখন ধম্‌কৈ বন্ধ কৰি দিলে। মানুহজনৰ পিনে চাই তাই দেখিলে, অনুকম্পাৰ হাঁহি এটা মাৰি সি তাৰপৰা আঁতৰি গ'ল। বীণাৰ বুকুখন কিবা অজান ভয়ত কঁপি উঠিল। কোনোমতে সময়খিনি অস্থিৰ ভাৱে কটাই অজয় অহাৰ পিচত তাৰ হাত দুখনত ধৰি কাকুতিৰে কলে,—"ইয়াৰ পৰা যাওঁ ব'লা সোণ আন ঠাইলৈ। মোৰ ভাল লগা নাই।" অজয় আচৰিত হ'ল—"কিয় ডাৰ্লিং, কিয় বেয়া লাগিছে ইয়াত তোমাৰ!



মইতো তোমাক কোনো অসুবিধা দিয়া নাই ইয়াত!" তেতিয়া বীণাই তাক ক'লে আবেলিৰ ঘটনাতো! সি হোঃ হোঃ—কৈ হাঁহি বাগৰি পৰি,—"অ' সেই কাৰণে! ছিঃ, এইবোৰকো আৰু ভয় কৰেনে?" বীণাই আৰু একো কবলৈকে সাহ নকৰিলে। তাই আজি কেইদিনমানৰ পৰা লক্ষ্য কৰিছে অজয়ৰ ব্যৱহাৰতো এটা শিথিলতা আহি পৰিছে। আগৰদৰে তাৰ কথাত যেন আৰু উত্তাপ নাই,—তাই শিয়ৰি উঠে! সকলো এৰি থৈ আহিছে তাই ইয়াৰ কাৰণে,—যদি ইয়াকো হেৰুৱাব লগা হয়!

নিতৌ অজয়ে ৩০৲।৪০৲ টকাৰ বিয়াৰ খায়—ৰেষ্টুৰাত বহি বহি। তাৰ বাহিৰেও আৰু যে কিমান ক'ত খৰচ কৰে হিচাব নাই। ছমাহৰ ভিতৰতে বীণাৰ ২০ হেজাৰ টকা উৰি গ'ল। একাউন্ট বুকটো মেলি চাই সেইদিনা বীণা স্তব্ধ হৈ বহি ৰ'ল। তথাপি তাই অজয়ক একো কব নোৱাৰিলে। সিয়ে তাইৰ শেষ সম্বল—যদি সিও খং কৰি তাইক অকলে এৰি থৈ গুচি যায়! হাঁহি মুখে তাৰ সকলো দাবী তাই পূৰণ কৰি যায়,—যদিও ভৱিষ্যতৰ দুৰ্ভাৱনাৰ কলা ছাঁ এটাই মনত চকামকাকৈ দেখা দিয়ে, তথাপি তাই তাৰ ভীষণতাৰ কথা বিশ্বাস কৰিব নোৱাৰে—ভাবিবই নোৱাৰে।

এদিন আবেলি অজয়ে বীণাক ক'লে,—এনেকৈ বৰ অকল-শৰীয়া যেন লাগিছে বীণি! বন্ধু বান্ধৱক ওচৰত পাবলৈ বৰকৈ মন গৈছে। তুমি যদি বেয়া নোপোৱা মোৰ বন্ধু এজনক ইয়াত আজি খাবলৈ মাতিব খোজোঁ। সি বৰকৈ কৈ আছে,—তোমাৰ

লগত বোলে চিনাকি কৰিও দিব লাগে। দুপৰীয়া তাৰ অফিচ থাকে নহয়,—নিশাই ভাল হব, কি কোৱা? কথা বতৰাও হব পৰা যাব!” বীণাও অকলে থাকি ভাগৰি পৰিছিল। নতুন চিনাকি মানুহ পালে যেন বৰ ভাল পালেহেঁতেন। তাইৰ বন্ধু-নিমন্ত্ৰণৰ কথা শুনি মুখখন পোহৰ হৈ পৰিল।—“তোমাৰ নতুন বন্ধু! মাতা, কিয় বেয়া পাম মই? ভালহে পাম? অকলে থাকি থাকি সঁচাকৈয়ে বৰ আমনি লাগিছে।” অজয়ে উৎসাহেৰে—“ক'লে, তেনেহলে কালিলৈকেই মাতো নে তাক? পলম কৰোঁ আৰু কিয়! পিচলৈ তোমাৰো অসুবিধা হব পাৰে!” বীণাই বুজিলে, সি তাইৰ হব খোজা সন্তানটোৰ বিষয়ে ইঙ্গিত কৰিছে। লাজতে তাই ৰঙা পৰি লাজ মৰম মিহলি চকু দুটা তুলি অজয়লৈ চায়। চাদৰৰ আগটো লিৰিকি বিদাৰি তাই কয়,—“কিনো অসুবিধা হব মোৰ পলম হলে! মাতা বাৰু কালিলৈকেই তুমি যদি ইচ্ছা কৰা!”

“সেয়ে ভাল ডিয়াৰী।”—অজয়ে হঠাৎ মনত পৰাৰ দৰে কয়—“ইচ! পাহৰিছিলোঁৱেই। সৰ্ব্বনাশেই হ'লহেঁতেন আৰু। তোমাৰ বাৰু বেঙ্কত কিমান টকা আছে বীণি!”—বীণা অলপ আচৰিত হয়,—“কিয়? আছে অলপ!”—মূৰটো জোকাৰি অলপ জোৰেৰে অজয়ে কয়,—“আছে কিছু নহয়, কিমান আছে, আটাই খিনিৰে চেক্ এখন লিখি দিয়াচোঁন মোৰ নামত। আজি ভীষণ খবৰ এটা শুনিলোঁ। এই বেঙ্কটোৰ বোলে তলা বন্ধ হব। মানুহবোৰে বেঙ্কটোত যাৰ যিমান টকা আছে, আটাইবোৰ উলিয়াবলৈ ধৰিছে।



কালিলৈয়েই বোলে বেঙ্কে লিকুইদেশ্যনৰ ডিক্লেয়াৰেশ্যন দিব। যিবোৰে খবৰ নেপালে—সি আৰু গ'ল বেচেৰাইঁতৰ।” সহানুভূতিৰ ভাৱ ফুটি উঠে তাৰ কথাত। বীণা চক্ খাই উঠে। বেঙ্কৰ তলা বন্ধ হব। হায় হায়! তাতেইচোন তাইৰ সৰ্ব্বস্ব আছে। বৰ উৎকণ্ঠিত হৈ তাই সোধে,—“এতিয়াই দিব লাগিব নে চেক্ লিখি, নে কালিলৈ ৰাতিপুৱা দিলেও হব—বেঙ্ক দহ বজাতহে খোলে।”—“বাৰু, কাইলৈ ৰাতিপুৱা দিলেও হব”—অজয়ে কলে। মোৰ বন্ধুজনক তেনেহলে কালিলৈ নিশাৰ সাঁজৰ কাৰণেই নিমন্ত্ৰণ কৰিম!”—“ওঁ কৰা!” বীণাই অলপ চিন্তিত সুৰত কয়। অজয় ওলাই যায় কোনোবাফালে।

* * * *

পিচদিনা পুৱাই চেক্খন লিখি বীণাই অজয়ৰ হাতত দিলে। আঠমান বজাত চাহ-জলপান খাই সি ওলাই গ'ল,—একেলগে বেঙ্কৰ পৰাও আহিব। বীণাই মূৰে-কপালে হাত দি ভাবি বহি থাকিল—যদি কালিয়েই বেঙ্কৰ তলা বন্ধ হৈছে! তাইৰ হাতত আৰু অলপো পইচা নাই। মাথো গাৰ অলঙ্কাৰ কেইপদ আৰু কাপোৰ কেইখন আছে। এই কেইমাহৰ ভিতৰত অজয়ে তাৰ জেপৰ পৰা এটা পাইও খৰচ কৰা নাই। বীণাই তাক একো কোৱা নাই এই বুলিয়েই যে, অজয়ে নিশ্চয় তাইক ফাঁকি নিদিয়ে। কিন্তু এতিয়া যদি বেঙ্ক ফেইল মাৰে! তাইৰ অলঙ্কাৰ খিনিৰ মূল্য তিনিহেজাৰ মানহে হব। তাৰে তাই কেইমাহ চালব! প্ৰতাপৰ ঘৰৰ পৰা তাই ওলাই আহিছিল ইয়াৰ ওপৰতে

নিৰ্ভৰ কৰি। যদি ইয়ো এনেয়ে যায়।

দুপৰীয়া বাৰমান বজাত অজয় আহিল, আটাইখিনি টকা সি আনিছে। ভাত সাজ খাই অলপ জিৰায়েই সি ওলাই গ'ল, ইম্পেৰিয়েল বেঙ্কত জমা থব বুলি টকাখিনি। তাইৰ নিৰাপত্তালৈ তাৰ এই ব্যগ্ৰতা দেখি বীণা অলপ আশ্বস্ত হ'ল। যি কি নহওক, বীণাক তাৰ ভাল পোৱাটো মেকী নহয়। যোৱাৰ সময়ত সি কৈ গ'ল,—"মোৰ আহোঁতে পলম হব পাৰে, আৰু বহুত কাম আছে। ইয়াৰ সদাগৰ এজনে এহেজাৰ টন চাহ কিনিব আমাৰ বাগিচাৰপৰা,—তাৰে বন্দোবস্ত কৰিব লাগে। বন্ধুজনক সাত বজাতে মাতিছোঁ, যদি আহে কথা-বতৰা পাতিবা —ভালকৈ সোধপোছ কৰিবা। মোৰ কাৰণে তেওঁ বৈ থাকিব নেলাগে!"—সি গ'লগৈ। টকাখিনি উলিয়াই অনাত আশ্বস্ত হৈ বীণাই ঈশ্বৰ আৰু অজয় দুয়োকে মনে মনে অসংখ্য ধন্যবাদ দিলে। তাৰ পিচত তাই ঘৰ সজোৱাত লাগি গ'ল। এটা কোঠা। তথাপি তাকেই তাই সজাই-পৰাই ধুনীয়াকৈ তুলিলে —ন-মানুহ আহিব, বন্ধু মানুহ। তাৰ পিচত তাই নিজকে সজালে যিমান পাৰে ধুনীয়াকৈ। তাইৰ স্বামী-ত্যাগৰ কলঙ্ক যেন তাই তেনেকৈয়ে ঢাকিব,—পৃথিবীৰ মানুহৰ আগত চিনাকি দিব নতুন ৰূপত,—নতুন বেশ, নতুন জীৱন এটা লৈ।

সাতমান বাজিল। তাই ঘনে-ঘনে বাহিৰলৈ চাব ধৰিলে, জানোচা আহিলেই মানুহজন! চাবে সাত বাজি গৈছে। এনেতে তাই দেখিলে, এজন মানুহ তাহাঁত থকা ঘৰলৈ আহিব ধৰিছে।



তাইৰ ভাৱ হ'ল, এই জনেই সেই বন্ধু গৰাকী। মানুহজনে কোঠাবোৰৰ নম্বৰ চাই চাই সিহঁত থকা কোঠাটোৰ সন্মুখত ৰ'ল। জেপৰপৰা কাৰ্ড এখন উলিয়াই মিলাই চালে। তাৰ পিচত পতিয়ন যোৱা ভাৱ লৈ দুৱাৰৰ পৰ্দাখন অলপ ফাঁক কৰি ভিতৰলৈ চাই মাত দিলে—"অজয় দত্ত ইয়াতে থাকে নহয়নে? —বীণাৰ মুখখন উজ্জ্বল হৈ পৰিল,—"হয়, আহক, ভিতৰ সোমাই আহক। আপোনাৰ কাৰণেই মই ৰৈ আছো।" তাই আগবাঢ়ি আহিল। তাইক দেখি মানুহজন যেন হতভম্ব হৈ গ'ল। ওঁহো-নোহোঁ কৰি কলে,—"মই—মই অজয় দত্তকহে বিচাৰিছিলো। মই অহাৰ কথা তেওঁ আপোনাক কৈছিলনে? ক'লৈ গ'ল তেওঁ! মই বাৰু পিচতেই আহিম।"—বীণা আচৰিত হ'ল। এনে কৰে কিয় মানুহজনে? তাৰোপৰি, মানুহজন দেখোন বয়সিয়াল, অজয়ৰ বন্ধু হব পাৰেনে? পিচত ভাবিলে হবও পাৰে—ক'ত ডেকাৰ বুঢ়াৰ লগত বন্ধুত্ব থাকে। এওঁকতো তথাপি চল্লিছৰ তলত যেনেই লাগে। সেই ভাৱটো দমাই হাঁহি মুখেৰে তাই কয়, —"হয় তেওঁ মোক কৈ গৈছে, আপুনি আহিব বুলি। তেওঁৰ অহাত অলপ পলম হব। আপোনাৰ সোধ-পোছৰ ভাৰ মোৰ হাততে দি গৈছে। আহক, বহকহি!"—কুণ্ঠিত ভাৱে মানুহজন কোঠাৰ ভিতৰত সোমাই চকী এখনত বহিল। ঘৰটোৰ চাৰিও পিনে চকু বুলাই চাই মানুহজন অলপ অবাক আৰু বিৰক্ত হোৱা যেন দেখা গ'ল। অলপ সময় নীৰৱে থাকি মানুহজনে বীণাৰ পিনে চাই সুধিলে—"আপুনি—!" কথাৰ সুৰত অলপ সন্দেহৰ ভাৱ।

বীণাৰ ভয় লাগি যায়। মানুহজনে তাইক অজয়ৰ বিবাহিতা পত্নী নহয় বুলি বুজিব পাৰিছে নেকি? ক'তা, তাইতো শিৰে-কপালে সেন্দুৰৰ ফোঁটো নোলোৱাকৈ থকা নাই। এই প্ৰশ্নৰ পৰা সাৰিবৰ কাৰণে লৰালৰিকৈ তাই কলে,—"হয়!" এটা লাজুকীয়া হাঁহি মাৰি তাই তাইৰ সম্বন্ধটো জনাই থলে। "তেনেহলে আপুনি বহকেই পাতিত।" কোৱাৰ লগে লগে তাই কলিং বেলটো টিপি দিলে। মানুহজনে যেন অলপ সময় একো বুজিব নোৱাৰি হতভম্ব হৈ ৰ'ল। তাৰ পিচত লাহে লাহে কলে,—"মোৰতো ইয়াত খোৱাৰ কথা নাছিল!" বীণাই ভাবিলে, তেওঁ ৰেষ্টুৰাত খোৱাৰ কথা কৈছে। সেই কাৰণে তাই কলে,—"আজি ইয়াতেই ব্যৱস্থা কৰাৰ কথা কৈ গৈছে তেওঁ!"

মানুহজন অলপ বিৰক্ত হোৱা যেন দেখা গ'ল। কলে,—"মোৰ তেওঁৰ লগত আন বিষয়ৰহে কথা আছিল,—ইয়াত খোৱাৰ কথা নাছিল; কিন্তু আপোনাক ইয়াত দেখি মই আচৰিত হৈছোঁ। দেখা যায় আপুনি বিবাহিতা হিন্দু মহিলা। সি খৃষ্টান। তাৰোপৰি সি বিবাহিত। তাৰ লগত আপোনাৰ সম্বন্ধ—। মই আশা কৰা নাছিলোঁ এনে অৱস্থাত দেখা পাম বুলি তাক। সি মোৰ ভাই হয়।"—বীণা চক খাই উঠিল। বাহিৰ জগতৰ জ্ঞান যেন তাইৰ স্নায়ুৰপৰা কোনোবাফালে উৰি গ'ল। কি কয় মানুহ জনে! তাইতো কেতিয়াও শুনা নাই অজয় বিবাহিত আৰু খৃষ্টান বুলি। শুনিছিল, তাৰ মাক মেম, ভাৰতলৈ আহিয়েই হিন্দু হৈ গৈছে। আৰু তাৰ ককায়েক! ক'তা তেনে কথাওতো তাই শুনা নাই! তাৰ পৰিচয় সুধিবলৈ তাই সময়কে পোৱা নাছিল,—মাথোন ভাল পোৱাৰ আপোনপাহৰা সোঁতত নিজক নিঃস্ব কৰি এৰি দিছিল তাই অজয়ৰ হাতত। স্থৱিৰৰ দৰে তাই বহি থাকিল। ইয়াৰ ভিতৰতে হোটেলৰ বেহেৰাটো আহি বাহিৰত ৰৈ ৰৈ আমনি লাগি মুখেৰে কিবা ভোৰভোৰাই বিৰক্তি জনাই গুচি গ'ল। মানুহজনে কৈ যাবলৈ ধৰিলে,—"আজি এবছৰ দুমাহ হ'ল,—ঘৰত বেমাৰী ঘৈণীয়েক আৰু দুটা ল'ৰা-ছোৱালীক পোহপাল দিব নোৱাৰি চাকৰি বিচাৰোঁ বুলি সি গুচি আহিল। তাৰ দুমাহমান পিচত এখন চিঠি পালোঁ সি চাকৰি বিচাৰি ফুৰিছে বুলি। পাঁচমাহ পিচত আকৌ এখন পালোঁ বোলে সি চাকৰি এটা ঠিক কৰিছে, ভালকৈ থিতাপি লব পৰা নাই। পিচৰ মাহৰ পৰা টকা পঠাব। তাৰ পিচত সুবিধা কৰিব পাৰিলে তাৰ পৰিয়ালকো লৈ আহিব। দুমাহমান টকা পালোঁ। তাৰ পিচত টকাও নাই, চিঠিও নাই—একো বাতৰিও নাই। তাৰ পৰিয়ালে আশা পালি আছে সি টকা পঠাব, সিহঁতক আনিব বুলি। বিচাৰ কৰি কৰি আজি পোন্ধৰ দিন আগতে মই তলে-তলে জানিলোঁ। বিশ্বাস নকৰি নিজেই আহিলোঁ। তাক জনাইছিলোঁ আজি মই আহিম বুলি। কিন্তু সিতো নাই! দেউতা মৰাৰ পিচতো, নিজেই আপদাল কৰি সৰুৰেপৰা ডাঙৰ কৰি বিয়া কৰাই দিলোঁ,—তাৰ পিচতো তাক পঢ়িবলৈকে গুৱাহাটীলৈ পঠালোঁ—পঢ়ি শুনি ডাঙৰ হক বুলি। চাহ বাগিচাৰ চাকৰি কৰোঁ, দুশ টকা পাওঁ।

তাৰে তাক মটৰ এখনো কিনি দিলোঁ—সি কোৰা কাৰণে। ঘৰলৈ নেযায়। ভাবিছিলোঁ লৰাৰ পঢ়াত মন,—সেই কাৰণেই সময় নেপায়। কিন্তু—উঃ ভগৱান! ইয়াৰ কাৰণেই মানুহে লৰা পালে নে? বুঢ়া দেউতাই কত আশা কৰিছিল—শেষ বয়সত শিক্ষিত লৰাই অলপ শান্তি দিব,—কিন্তু সি এইপিনে দুশ্চৰিত্ৰা এজনীৰ লগত—" মানুহ জনে মূৰে কপালে হাত দিলে।

বীণা ছবি এখনৰ দৰে বহি থাকিল। অনুভূতি বা চলৎ-শক্তি যেন একোৰেই নোহোৱা হৈ গৈছে তাইৰ!

মানুহজনে অলপ সময় এনেয়ে বহি থাকিল,—"কি হব এনেকৈ থাকি!" বুলি গুচি গ'ল।

বীণা দুশ্চৰিত্ৰা, স্বামী-ত্যাগিনী—বিধৰ্ম্মী, লম্পট এটাৰ লগত ঘৰবাৰী তুচ্চ কৰি এৰি গুচি আহিছে। অজয়ৰ দেউতাকৰ চাহ বাগিচা—তাৰ লাখ টকা—কিন্তু তাকো তাই আশা কৰা নাছিল। হায়, হায়! তাইৰ আৰু কি বাকী থাকিল! দেৱতা স্বামীৰ ঘৰৰপৰা পলাই আহি এই নৰকৰ কীট এটাৰ লগত তাই লালসাত জীৱনটো উটুৱাই দিছে। বীণাৰ মনেই নাই কিমান সময় তেনেকৈ গ'ল। এনেতে হোটেলৰ বেৰে-বাটোৱে তাইৰ হাতত এটা খাম দি গুচি গ'ল। তৎ-নোহো-ৱাৰ দৰে খামটো খুলি তাই চিঠিখনত চকু ফুৰাই গ'ল। লিখাখিনি পঢ়ি তাইৰ আটাইবোৰ ইন্দ্ৰিয় নথৰ হৈ পৰিল—আকাশৰ পৰা আচম্বিতে যেন সিংহ গৰ্জ্জনেৰে প্ৰকাণ্ড বজ্ৰ



এটা পৰি তাইৰ গোটেইটো স্বত্বা চূৰমাৰ কৰি পেলালে। চিঠিখনত লিখা আছিল,—

"বীণা!

কলিকতা।

চিঠিখন আজিয়েই ডাকত দিলোঁ; কালি যেতিয়া পাবা, মই আৰু তাত নেথাকিম। বেয়া নেপাবা তোমাক এনেদৰে এৰি আহিব লগা হোৱাৰ কাৰণে। তোমাক চিৰদিন ৰাখি থাকিব নোৱাৰিলোঁ। কাৰণ, তোমাৰ ওপৰত মোৰ বিশ্বাস নাই—তুমি স্বামীত্যাগিনী, পলৰীয়া। বেঙ্ক ফেইল মৰা কথা মিছা। টকাখিনিময়েই আনিলোঁ; কাৰণ, মোৰ দৰকাৰ হৈছিল। লগৰীয়া আৰু টকাৰ অভাৱ তোমাৰ নহব। সেইদিনা খিড়িকীৰে চাই থকা মানুহজনৰ কথা যে কৈছিলা, তেওঁ ধনী মানুহ। তেওঁৰ ওচৰলৈ যাবা দৰকাৰ অনুভৱ কৰিলে। তোমাৰ দৰে ৰূপহী তিৰুতাৰ কলিকতাৰ দৰে নগৰীত অভাৱ হোৱাৰ ভয় নাই। ইতি—"অজয়"

চিঠিখন টাইপ কৰা।

"উঃ!" যন্ত্ৰণাৰ বিকট চিঞৰ এটা মাৰি বীণা সংজ্ঞাহীনা হৈ বাগৰি পৰি গ'ল।

চিঞৰ শুনি হোটেলৰ আন আন মানুহবোৰ চক্ খাই উঠিল কি হৈছে বুলি। চাৰিওফালে হুৱা-দুৱা লাগি পৰিল। অনুমানতে কেতবোৰ মানুহ বীণা থকা কোঠাটোৰ পিনে আহি ভিতৰ সোমাই তাইক তেনেকৈ পৰি থকা দেখি আচৰিত হ'ল। কলিকতাত এনেদৰে হোৱা হত্যা-কাণ্ডৰ অভাৱ নাই।

মৰা বুলি পৰীক্ষা কৰি চাই দেখিলে মৰা নাই,—অচেতন হৈছে। কাৰণ একো বুজিব নোৱাৰিলে তেওঁলোকে। লাইটো জ্বলা আছে। আন কোনো মানুহ নাই। ওচৰত মাথোন চিঠিখন খোলা হৈ পৰি আছে।

হোটেলৰ মেনেজাৰো আহিল। অজয়ক দেখা নেপাই খং আৰু বিৰক্তিত ভোৰভোৰাই এম্বুলেন্স মাতি আনি বীণাক তেতিয়াই হস্পিটেললৈকে পঠিয়াই দিলে।

পুলিচতো খবৰ দিয়া হ'ল। পুলিচে আহি অনুসন্ধান কৰি চিঠিখন আৰু দুই এটা বস্তু লৈ গ'ল। আন বস্তুবোৰো পুলিচ অফিচৰ তত্বাৱধানত থাকিল।

—————

## উনৈছ

বুনিয়াদী শিক্ষা সাং কৰি ৰাণীয়ে গাৱঁতে তাইৰ কৰ্ম্ম কেন্দ্ৰ খুলি ললে। গাৱঁৰ পঢ়াশালি ঘৰটোতেই তাইৰ কাম আৰম্ভ হ'ল। তাকেই এফালে বঢ়াই লৈ ডাঙৰ কৰি তাত মুগা-পলু, পাট-পলু পুহিলে। প্ৰতাপহঁতৰ আগৰ তাঁতশালখন বহলাই তাত দুখন তাঁত বহুৱালে। প্ৰতাপৰ মাকেও তাইক এইবোৰ শিকোৱা কামত বহুত সহায় কৰিলে, দিহা ভৰষা দিলে। বুঢ়ীয়ে অতীত জীৱনৰ দুখখিনি কামৰ মাজেদি বুৰাই ৰাখিলে। ইয়াৰ ভিতৰতে মঘাও আহি সেইখিনি পালে জীয়েক নাতিনীয়েকহঁতক লৈ। সি বোলে সেইখন ঘৰ এৰি আৰু থাকিব নোৱাৰে। ৰাণীৰ সহায় হ'ল।



গাৱঁৰ সকলোৰে সহায় সহানুভূতি, আৰু অৰুনী, নৰেনহঁতৰ অক্লান্ত পৰিশ্ৰমৰ গুণত তাইৰ শিক্ষা-কেন্দ্ৰই সোনকালে ঠন ধৰি উঠিল। নানা ৰকমৰ বিদেশী সূতাৰ আমদানী পাই ছোৱালীহঁতে সূতা উলিওৱাৰ কামবোৰ এৰি দিছিল। প্ৰায় পাহৰিয়েই গৈছিল সেইবোৰ। এতিয়া ৰাণীৰ যত্নতেই গাৱঁৰ উঠন গাভৰুহঁতৰ প্ৰায়বোৰেই সেই কামত পটু হৈ উঠিল। পাহৰি যাব ধৰা বিদ্যাবোৰ বুঢ়ীহঁতৰো মনত পৰিল।

ইয়াৰ পিচত তাই চিত্ৰাঙ্কণ, সঙ্গীত বিদ্যা, নৃত্য, শিল্প চৰ্চ্চাৰ কেন্দ্ৰ এটাও সৰুসুৰাকৈ খুলিলে। গাঁৱৰ বুঢ়া তৰপে অলপ মুখ কোঁচাইছিল,—ছোৱালীহঁতেনো চেঁ চেঁ কৈ ক'ত চিঞৰিবগৈ,—নাচ শিকি এতিয়া গাভৰুহঁতে জপিয়ালেহে হব ধেই-ধেই কৰি। ছোৱালীহঁতেও অলপ থেৰোগেঠো কৰিলে —"কিনো হব এইবোৰ শিকি? ঘৰৰ বনেই কৰি অটাব নোৱাৰোচোন।"

ৰাণীয়ে সিহঁতক বুজালে,—"নহয় অ ভণিটি। আজৰি সময়ৰহে কাম এইবোৰ। এইবোৰ শিকিলে মনো ভালে থাকে। মন ভাল থাকিলেহে স্বাস্থ্যও ভাল হয় বেচিকৈ কাম কৰিবলৈকে। আগৰ কালৰ ছোৱালীহঁতে জানো এইবোৰ শিকা নাছিল? ৰুক্মিনী, চিত্ৰাঙ্গদা, চিত্ৰলেখী, উষা, বেউলা সকলোৱেচোন নাচ-

গান, ছবি অঁকা সকলো পাৰিছিল ! বিহুনাচবোৰনো নাচ নাছিল নে ? আমাৰ ককা-আইতাহঁতেইচোঁন নাচিছিল ? সোধচোন বাৰু ! তহঁতেনো নোৱাৰিবি কিয় ? দেখুৱাই ফুৰা বস্তু তো নহয়, এইবোৰ নিজৰ ভালৰ কাৰণেই। দেখা নাই, এইবোৰ এৰি দিয়া কাৰণেই আন দেশৰ মানুহবোৰে আমাক কেনেকৈ অসভ্য বুলি হাঁহে। দেশৰ মানুহবোৰ আহি নাচ-গান দেখুৱাই ছবি আঁকি দি কিমান টকা লৈ যায়। আমি যদি নিজেই জানোঁ এইবোৰ কাম,—আনক তো দিব নেলাগিব ইমানবোৰ টকা। বুজিছ, শিকিবি,—শিকিব লাগে। চৰকাৰে দিয়া টকাবোৰ এনেয়েই যাবনে ?" তাই চলোৱা শিক্ষা কেন্দ্ৰটোত চৰকাৰে মাহে-মাহে সহায় হিচাবে টকা অলপ দিছিল—মাহে ডেৰশ দুশ মানকৈ হব।

ৰাণীৰ বুজনি আৰু চৰকাৰৰ সহায় আটাইবোৰ এনেয়েই যাব খোজে। তাই কৃষ্টি কেন্দ্ৰত কিছুদিনলৈ এজনা ছাত্ৰীও নেপালে। কিন্তু সময়ৰ লগে লগে দুই এজনী ছাত্ৰী তাত গোট খালেহি। লৰাহঁতে বৰ উৎসাহেৰে তাত যোগ দিলে। গাওঁখন যেনিবা লাহে-লাহে কৰ্ম্মমুখৰ হৈ উঠিল।

সেইবাৰ গাঁৱৰ ডেকা-বুঢ়া, শিক্ষাকেন্দ্ৰৰ কৰ্ম্মী, ছাত্ৰ-ছাত্ৰীহঁতৰ উদ্যম আৰু অক্লান্ত উৎসাহৰ মাজেদি গাঁৱৰ লৰাহঁতে বল-খেলা আৰু ভাওনা-সবাহ হোৱা পথাৰখনত শিক্ষা কেন্দ্ৰৰ তৰফৰপৰা এখন মেলাৰ আয়োজন কৰা হ'ল। দুমাহ আগৰে পৰা ছাত্ৰহঁতে "শ্ৰীমন্ত শঙ্কৰে পাৰ বান্ধি দিলা" নামৰ ব্ৰজাৱলিৰ নাট আৰু "সোণৰ দেশ" নামৰ গীতিনাট্যৰ আখৰা দিবলৈ ধৰিলে। বিহুনাচ, "বিপ্ৰ দামোদৰৰ কৃষ্ণলাভ নৃত্য", "মোৰ গাওঁ নৃত্য," বৰগীত, বিহু গীত, বনগীত, হুচৰি, টোকাৰী গীত, নিচুকণি গীত, ঘোষা গীত, আইনাম, বিয়ানাম আদিৰ বিৰাট সমাৱেশৰ আয়োজন হ'ল। ওচৰৰ নগৰখনৰ কৰ্ম্মী আৰু শিল্পী সকলেও যোগদান কৰিলে তাত। ছোৱালীহঁতো আহিল তাৰ ভাগ লবলৈকে। উৎসৱ আয়োজনত বুঢ়া-মেঠা সকলো ব্যস্ত। ৰাণী আৰু প্ৰতাপৰ মাকৰো আহৰি নাই।



সেইদিনা ৰাণী আখৰাৰপৰা আহি নিজৰ কোঠাটোত জিৰণিৰ কাৰণে সোমাইছিলহি, এনেতে হিৰেণে আহি বাহিৰৰপৰা মাতিলে, —"এটা বৰ জৰুৰী কথা আছিল ৰাণী ! আহিব পাৰোঁনে ?"

হিৰেণ ৰাণীৰ মোমায়েকৰ গাঁৱৰ ল'ৰা। প্ৰৱেশিকা পাছ কৰি উঠি দ্বিতীয় মহাযুদ্ধ লগাৰ সুবিধাতে সৈনিক বিভাগত সোমাই চিঙ্গাপুৰ পায়গৈ। তাৰ পিচত জাপানৰ হাতত বন্দী হয় আৰু আজাদ-হিন্দ ফৌজৰ লগ লাগে। ডিমাপুৰত সি আমেৰিকান সৈন্যৰ হাতত পৰে, আৰু বিচাৰৰ কাৰণে দিল্লীৰ লালকিল্লালৈ আন আন কিছুমান আজাদ-হিন্দ ফৌজৰ সৈন্যৰ লগতে পঠাই দিয়ে। ভাগ্য ভাল, আজাদ-হিন্দ ফৌজক ভাৰতীয় ৰাইজে জাতীয় সৈন্য-বাহিনী বুলি আদৰি লৈ, তাত থকা যিবোৰ ভাৰতীয় সৈন্য আছিল আটাইৰে মুক্তিৰ দাবী কৰিলে। সিও মুক্তি পাই গাঁৱলৈ আহিল। সি গাঁৱলৈ অহাৰ সময়ত ৰাণীও মোমায়েকৰ গাঁৱতে আছিল, আৰু তাৰপৰা এমাইল দূৰত থকা

মাইনৰ স্কুলত পঢ়িছিল। তাতে তাইক দেখি তাৰ ভাল লাগে। সেই ভাল লগা লাহে-লাহে ভাল পোৱাত পৰিণত হ'ল। এই কথা সিও জনা বা গম পোৱা নাছিল;—কিন্তু বুজিলে তেতিয়া, যেতিয়া সি 'নতুন অসমীয়া'ত ৰাণীৰ শিক্ষা-কেন্দ্ৰৰ কাৰণে ৰান্ধাত শিক্ষা পোৱা শিক্ষক লাগে বুলি জাননীখন দেখিলে। দুবছৰ আগতে সিও ৰান্ধা কেন্দ্ৰত বুনিয়াদী শিক্ষা লৈ আহিছিল।

বহুত জাননী সি ইয়াৰ আগতে পাইছিল—বহু ঠাইৰপৰা নিমন্ত্ৰণীও পাইছিল; কিন্তু ঘৰৰ স্বচ্ছল অৱস্থাৰ কাৰণে মাক-দেউতাকে তাৰ ঘৰৰপৰা এৰি দিবলৈকে ইচ্ছা নকৰিছিল, আৰু তাৰো সিমান মন যোৱা নাছিল। কিন্তু সেইখন জাননীয়ে তাক চুম্বকৰ দৰে টানি লৈ গ'ল। ইয়াৰ কাৰণেই যেন সি বাট চাই আছিল!

কামৰ কাৰণে সি দৰ্খাস্ত কৰিলে আৰু মাক-বাপেকক বুজাই-বৰাই থৈ আহি কামত যোগও দিলেহি। তালৈ আহি সি ৰাণীক যিমানেই দেখিলে, সিমানেই মুগ্ধ হ'ল। তাৰ মনে ক'লে, তায়ে তাৰ জীৱনৰ উপযুক্ত সঙ্গিনী। দুয়োৰো শক্তি আৰু পৰিকল্পনা মিলাই সিহঁতে আধামৰা দুখীয়া দেশখনক এটা নতুন ৰূপ দিব পাৰিব। তাক যে ৰাণীয়ে প্ৰত্যাখ্যান কৰিব পাৰে, সেই কথা সি ভাবিবই নোৱাৰিছিল। সেই কাৰণে সি এই বিষয়ে প্ৰতাপৰ মাককো কৈছিল। এই প্ৰস্তাৱত তেওঁ আনন্দ পাইছিল সঁচা, কিন্তু ৰাণীৰ "বিয়া নকৰোঁ" বোলা ধনুৰ্ভঙ্গ পণৰ কথা ভাবি তাইকেই মত সুধিবলৈ তাক ক'লে। হিৰেণে বহুদিন



সোধোঁ সোধোঁ বুলিও তাইৰ গম্ভীৰ স্বভাৱৰ কাৰণে সুধিব পৰা নাছিল, আৰু সোধাৰ সুবিধাও কৰিব পৰা নাছিল।

ৰাণীয়ে কিন্তু এই কথা অকণো ভবা নাছিল। হিৰেণে তাইক ভাল পাব পাৰে বুলি তাই কল্পনাও কৰা নাছিল। সংসাৰ পতাৰ কথা ভাবিবলৈ তাইৰ আহৰিয়েই নাছিল। ইমান বয়সলৈ আবিয়ৈ হৈ থকা দেখি গাঁৱৰ দুই এজনে কিবা কলেও, হাঁহি এটা মাৰি তাই আঁতৰি আহিছিল; বৰ আলম নিদিছিল সেইবোৰ কথাক।

বাহিৰত হিৰেণৰ মাত শুনি লৰালৰিকৈ কাপোৰখিনি সামৰি লৈ ৰাণীয়ে মাতিলে,—"কোন? হিৰেণ নে? আহা বাৰু!"

হিৰেণ সোমাই আহি মূঢ়া এটা টানি আনি তাতেই বহি পৰে। ৰাণীৰ ভাগৰি পৰা শৰীৰটো আৰু ক্লান্ত মুখৰ ভাৱলৈ সহানুভূতি আৰু সমবেদনাৰ চকুৰে সি এবাৰ চাই লয়।

"বৰ ভাগৰ লাগিছে নহয়নে? শৰীৰটোলৈ অলপ চাবা, নহলে কাম কৰিবা কেনেকৈ?"

শ্ৰান্ত হাঁহি এটাৰে ৰাণীয়ে কয়,—"ইমানবোৰ কামৰ ভাৰ লৈ আহৰি বিচাৰি ফুৰিলে কেনেকৈ হব হিৰেণ! পিচে স্বাস্থ্যতো মোৰ বেয়া হোৱা নাই, ঠিকেই আছে।" হাত দুখন দাঙি ঘূৰাই-পকাই তাই এবাৰ চায়।

হিৰেণে হাঁহে, তাইৰ সৰু ছোৱালীৰ নিচিনা ভাৱ দেখি।

"তুমি নিজেহে কৈছা ঠিক আছে বুলি; আমিতো দেখিছোঁ। তিৰুতাৰ দেহাত ইমান পৰিশ্ৰম সহ্য নহয়েই। আমি মতাবোৰেই

ভাগৰি যাওঁ। দুই এটা কাম আমাকো এৰি দিব লাগে। সহায় কৰিবলৈ কিবা মানুহ নাই নে? মই কিন্তু কওঁ, এইবোৰ কাম তিৰুতা মানুহৰ কাৰণে নহয়। ঘৰ চলোৱা, ল'ৰা ছোৱালীক ভাল আৰু স্বাস্থ্য-চৰিত্ৰৱান কৰি তোলা, সেইবোৰহে তোমালোকৰ কাম!"—পিচৰ কথাখিনি সি ৰাণীৰ মন চাবলৈকেই কলে। ৰাণীৰ ভাৱান্তৰ লক্ষ্য কৰিবলৈ সি তীক্ষ্ণ দৃষ্টিৰে তাইৰ মুখলৈ মন কৰি থাকিল।

ৰাণীৰ মুখত অলপ বিৰক্তিৰ ভাৱ দেখা গ'ল!—"বাহিৰা কথা কৈ সময় নষ্ট কৰা কিয় হিৰেণ! কি কামৰ বাবে আহিছা, তাকে কোৱা! মোক কি লাগে কি নেলাগে তাক তোমাতকৈ ময়েই বেচি ভালকৈ জানো।"

তাইৰ কথাৰ সুৰ আৰু ভাৱ দেখি সি অলপ ভয় পালে যদিও নদমিল। অলপ দৃঢ় ভাৱেৰে সি কলে,—"মানুহে বহুত ভুল কৰে ৰাণী, বিজ্ঞ পণ্ডিতেও কেতিয়াবা বিৰাট ভ্ৰমত পৰি থাকে। মানুহক কি লাগে কি নেলাগে, তাক মানুহে নিজে কেতিয়াবা একেবাৰেই বুজিব নোৱাৰে। বেচিভাগ সময়তে বিবেচনাতকৈ আৱেগৰ ওপৰতে চলে মানুহে, আৰু তাৰ কাৰণেই শেষত কষ্ট পায়, অনুতাপ কৰে।"

এইবাৰ ৰাণীৰ সঁচাকৈয়ে খং উঠিল। তাক দমাই ৰাখিব নোৱাৰিলে তাই।—"উপদেশ থবা নে? নে মই ইয়াৰ পৰা গুচি যাম?"

হিৰেণে অলপ সময় নিৰৱে তাইৰ মুখলৈ চাই থাকিল।



পিচত দীঘলকৈ হুমুনিয়াহ এটা কাঢ়ি কলে,—"ৰাৰু, তুমি বেয়া পোৱা যদি আৰু মই নোতোলোঁ তেনেবোৰ কথা। কিন্তু তুমি যদি জানিলাহেঁতেন যে, এজনৰ হিয়াৰ কিমান আশা তোমাৰ এনে কথাই কেনে নিৰ্ম্মম ভাৱে মোহাৰি পেলাব পাৰে, তেনেহলে তুমি বোধকৰোঁ এনেকৈ নকলাহেঁতেন! থাকক ৰাৰু সেইবোৰ কথা। আচল কথা কওঁ। শিক্ষা-মন্ত্ৰী ডাঙৰীয়াৰ পৰা চিঠি পাইছোঁ,—তেখেত আহিব। দাৰ্জ্জিলিঙৰ পৰা প্ৰতাপে উত্তৰ দিছে, তেওঁ বোলে আহিব নোৱাৰিব। পৰিবাৰৰ অলপ বেচি অসুখ। শুভ-ইচ্ছা জনাইছে। এয়া চিঠি।"

দুখন চিঠি জেপৰ পৰা উলিয়াই হিৰেণে ৰাণীক দিলে। বাণাৰ টান অসুখ? ৰাণীৰ বুকুখন চিৰিংকৈ গ'ল। প্ৰতাপে চাগৈ কিমান কষ্ট পাইছে! তাইৰ ইচ্ছা গ'ল, এতিয়াই উৰি যাব যেন তাক সহায় কৰিবলৈকে। যন্ত্ৰ চালিতৰ দৰে হাত মেলি চিঠি দুখন তাই ললে।

হিৰেণে তাইৰ মুখৰ ভাৱ লক্ষ্য কৰিলে, কিন্তু বুজিব নোৱাৰিলে তাইৰ এই ভাৱৰ সলনিটো, তাৰ কথাৰ কাৰণেই, নে প্ৰতাপ নহাৰ কাৰণেই। একো নকৈ সি ওলাই গুচি গ'ল।

বাটে বাটে সি ভাবিলে, ৰাণীৰ বিয়াৰ প্ৰতি এই বিৰাগৰ কাৰণ কি? আন কাৰোবাক ভাল পায় নেকি তাই? তাৰ মনত এটা সন্দেহে বিজুলীৰ নিচিনাকৈ ত্বিৰ্‌বিৰ চমকনি তুলি গুচি গ'ল। প্ৰতাপ,—প্ৰতাপক ভাল পাব পাৰে জানো ৰাণীয়ে? কিন্তু—সি তো বেইতা!

সি একো বুজিব নোৱাৰে। শেষত নিজকে সি প্ৰবোধ দিয়ে—"বিয়াই জীৱনৰ লক্ষ্য নহয়" বুলি। তাৰ মনত পৰে কৰবাত কেতিয়াবা শুনা কথা এফাঁকি—

"মোৰ আছে বহু কৰ্ম্ম এই পৃথিবীত।
দুখ-জৰা-ক্লিষ্ট সৌ—
অৰ্দ্ধাহাৰী অনাহাৰী মৃত প্ৰায় কোটি কোটি জন—
ক্লান্ত, শান্ত, শুষ্ক তনু-মন,
ব্যথাতুৰ অন্তৰত আফালি পৰে
বিক্ততাৰ তিক্ত ক্ৰন্দন।
সিহঁতৰ জ্যোতিহীন দুচকুত দিব লাগে আশা,
মুখত ফুটাব লাগে অৱৰুদ্ধ আত্মা ফালি
অন্তৰৰ ভাষা—
এডুখৰি মাটি লাগে,
দুসাজৰ অন্ন লাগে,
সৃষ্টি শ্ৰেষ্ঠ মানৱৰ হকে ধৰণীত,—
মহাকাব্য সংসাৰত—বিধাতা প্ৰণীত!"

ইয়াৰ মাজত শান্তি ক'ত? প্ৰেমৰ সপোনৰ ঠাই ক'তা?—বাণীয়ে ঠিকেই কৰিছে। কৃতজ্ঞতাও জন্মে তাৰ তাইৰ প্ৰতি!

*  *  *  *

হিৰেণ যোৱাৰ পিচত ৰাণী বিছনাত বাগৰি পৰে।—"হায় ভগৱান! বাপ ককাইদেউৰ জীৱনত সুখ তুমি সহ্য নকৰিবা নেকি?" ভাবোঁতে ভাবোঁতে তাইৰ মনত পৰিল হিৰেণে



কোৱা কথাখিনি। কাৰ আশা নষ্ট কৰিলে তাইৰ কথাই? হিৰেণৰ?— কিন্তু— নাই, সেইবোৰ ভাৱৰ বিলাস কৰিবলৈ তাইৰ সময় নাই, তাইৰ কাম আছে—বহু কাম!

ভগৱানৰ ওচৰত বীণাৰ শীঘ্ৰে আৰোগ্য কামনা কৰি তাই মনৰ পৰা সকলো ভাৱৰ সংঘাত জাৰি জোকাৰি শিপিনী-ঘৰৰ পিনে খোজ ললে। কি বা কৰিছে ছোৱালীহঁতে আজি তাই যোৱাই নাই সেই পিনে।

বাটতে তাই ছাত্ৰী কেইজনীমানক লগ পালে। তাইকে মাতি নিবলৈ আহিছিল। মুগাৰ ৰিহাত কেচ্ বাচোঁতে চম্পাই হেনো কেণা লগালে। ৰাণীয়ে জানিছিলেই,—কিবা এটা বিপদ সিহঁতে লগাবই। তাই বেগাই খোজ চলাই দিলে।

---

## কুন্দি

প্ৰতাপে দাৰ্জ্জিলিঙৰ হোটেল এটাতে থকাৰ ঠাই ঠিক কৰি ললে। তাত সি প্ৰাইভেট্ টিউশ্যন বিচাৰি দুমাহ মানৰ মূৰত দক্ষিণ ভাৰতীয় মানুহ এজনৰ ঘৰত তেওঁৰ বি, এ, ত বুৰঞ্জীৰ অনাৰ্চ লোৱা লৰা এজনক যোগাৰ কৰিব পাৰিলে। দৰমহা মাহে এশ টকা। নিবনুৱা হৈ থাকি ভৱিষ্যতৰ নানা দুঃচিন্তাক লাই দি থকাতকৈ সেয়ে বহুত ভাল। অন্ততঃ কিছু

নিশ্চিন্ত হব পাৰিব সি নিজৰ চিন্তাৰপৰা—কেইদিনমানৰ কাৰণে হলেও।

বেঙ্কত তাৰ তিনি হেজাৰ মান টকা আছিল। তাৰ পৰা মাকলৈ মাহে ত্ৰিশ টকাকৈ পঠিয়াই দিয়াৰ বন্দোৱস্ত কৰি দিলে। সেই টকাৰে ৰাণী আৰু প্ৰতাপৰ মাকক আটিও ৰাহি হব।

বীণাৰ কথা বৰুৱালৈ লিখি জনাওঁ বুলি ভাবিও আজিলৈকে সি তাক কৰি উঠিব পৰা নাই।

সেই দিনা ৰাতি পুৱা। পুৱাৰ কোমল ৰ'দ পৰি হিমালয়ৰ টিংটো চিক্ মিকাই জিলিকি উঠিছে। হোটেলত চাহ খাই উঠি সি তাৰ ছাত্ৰৰ ঘৰৰ পিনে বুলি খোজ ললে।

কিছুদূৰ যোৱাৰ পিচতে পিচ পিনৰপৰা মটৰ এখন আহি হঠাতে তাৰ ওচৰত থামিল। কিয় থামিল বুলি মূৰ দাঙি চাওঁতেই আৰোহী জনৰ উচ্ছ্বসিত মাত এটা তাৰ কাণত পৰিল—"আ—প্ৰতাপ! ক'ৰ পৰা?"

মানুহজন ৰতীন,—বীণাৰ বন্ধু মীনাৰ স্বামী! বীণাৰ লগত তাৰ বিয়া হোৱাৰ পিচত তাইৰ যহতেই ইয়াৰ লগত চিনাকি।

ৰতীনে প্ৰতাপক বৰ ভাল পায়। প্ৰতাপেও তাক ভাবে এজন তাৰ অন্তৰঙ্গ বন্ধু বুলি। কলিকতাৰ মেডিকেল হস্পিটেলত কাম এটা পাই আজি দুবছৰ আগতে ৰতীন কলিকতালৈ যায়। তাৰপৰা আৰু তাঁহাতৰ দেখা-দেখি নাছিল। প্ৰতাপে তাক ইয়াত দেখি আচৰিত হ'ল,—"তুমি ইয়াত যে! কি সকামত?"



ৰতীনে তাক মটৰত উঠিবলৈ দুৱাৰখন খুলি দিলে,—"আহা উঠি বহাহি। লাহে লাহে সকলো কথা হ'ম!"

প্ৰতাপে অলপ কুণ্ঠিত সুৰত কয়—"মোৰ বৰ জৰুৰী কাম আছে ভাই, ক্ষমা কৰিবা। ক'ত আছানো? ঠিকনাটো দিয়া, আবেলিময়ে যাম তোমাৰ তালৈ।"

ৰতীনে সুধিলে,—"তুমি ক'ত আছা?"

গাত নলগাৰ দৰে উত্তৰ দিয়ে প্ৰতাপে,—"ইয়াৰে হোটেল এটাত।"

ৰতীনে তাৰ নিজৰ ঠিকনাটো জেপত থকা ডায়েৰীৰ পাত এটাত লিখি প্ৰতাপৰ হাতত দি ক'লে,—"মীনাও আহিছে। তোমাক দেখিলে বৰ ভাল পাব। পিচে, তোমাৰ পৰিবাৰ ক'ত?"

প্ৰতাপে লৰালৰিকৈ হাত-সৰাৰ মনেৰে উত্তৰ দিয়ে,—"সকলো কথা বাৰু আবেলিয়েই হ'ম। এতিয়া যাওঁ, মোৰ বেলিয়েই হব।" সি বেগাই খোজ চলাই দিয়ে।

ৰতীনো গুচি যায়।

আবেলি সি তাৰ কোঠাৰ দুৱাৰত তলা বন্ধ কৰি ৰতীনৰ ঘৰ বিচাৰি ওলাই গ'ল।

ৰতীন আৰু মীনা বাৰান্দাতেই তাৰ কাৰণে বৈ আছিল। ঠাইখিনি অতি মনোৰম। সমুখত এখন সৰু ফুলনি। বাৰান্দাৰ আধা জালৰ বেৰাৰে আগুৰা। তাত কুঞ্জলতা আৰু অপৰাজিতা ফুলৰ লতা। ফুলনিৰ মাজেদিয়েই মটৰ বাৰান্দালৈ যাব লাগে

মুগা বৰণীয়া নোমাল কুকুৰটো আহি তাৰ গা শুঙি শুঙি নেজ জোকাৰি গুচি গ'ল।

মীনাই তাক দেখিয়েই মাত দিলে—"আহক! আপোনাৰ কাৰণেই বাট চাই আছিলোঁ। কিমান দিনৰ মূৰত দেখা!"

প্ৰতাপে সকৌকে হাঁহি এটা মাৰি চকী এখনত বহিলহি। প্ৰথম কথা সিহঁতৰ আৰম্ভ হ'ল দাৰ্জ্জিলিঙৰ ধুনীয়া আৰেষ্টনীক লৈ। কিছু সময়ৰ পিচত ৰতীনে তাক সুধিলে,—"ইয়াত তোমাক দেখি মই সঁচাকৈয়ে বৰ আচৰিত হৈছিলোঁ। এম, এ, পাছ কৰিলা নহয়? ইয়াত কি কৰিছা?"

প্ৰতাপে হাঁহি ক'লে,—"নিবন্ধুৱা হৈ বহি থাকিবলৈ কোৱানে?"

"কিবা কাম কৰিছা নে কি ইয়াত? ভালহে—আহিব লাগে বাহিৰ ওলাই। পিচে কাম?

"অধ্যাপনা! বি, এ, ছাত্ৰ এজনক পঢ়ুৱাওঁ, মাদ্ৰাজী ল'বা। মাহে এশ টকাকৈ দিয়ে।" গম্ভীৰ হৈ প্ৰতাপে কয়।

ৰতীন সৰগ পৰা মানুহৰদৰে থৰ লাগে। চকু দুটা কপাললৈ তুলি সি কয়,—"এশ টকাৰ অধ্যাপনা? প্ৰথম শ্ৰেণীৰ এম, এ হৈ শেষত ইয়াকেহে পালা!"

"কি কৰিবা। কাৰোবাৰ ভাগত হাতী-ঘোঁৰা, কাৰোবাৰ ভাগত ঢেকী থোঁৱা। সকলোৱেই আৰু ডাঙৰ চাকৰি পায়নে?"

মীনাই চাহ আনিবলৈ গৈছিল। চাহ লৈ আহি ৰতীনৰ মুখত প্ৰতাপৰ কথা শুনি আচৰিত হৈ কয়,—"তাক্তকৈ গুৱাহাটীতেই কাৰবাৰ এটা নুখুলিলে কিয়? বিয়াতো শুনিছিলোঁ ত্ৰিশ



হেজাৰ টকা পাইছিল?"

প্ৰতাপৰ মুখ ক'লা পৰি যায়। লৰালৰিকৈ নিজক সংযত কৰি জোৰ কৰি হাঁহি এটা টানি কয়,—"তিৰুতাৰ টকাৰ ওপৰত চলাতকৈ ডাঙৰ অভিশাপ আৰু আছেনে? মতা হলোঁ কিয় তেন্তে!"

অলপ অপ্ৰস্তুত হয় মীনা।—"কিয়? পিচত ধাৰ মাৰি দিবও পাৰিলেহেঁতেন!"

"যদি তাত লোকচান ভৰিবলগীয়া হ'লহেঁতেন?"

"তথাপিও, তাইনো আপোনাৰ কাৰণে সেইখিনিও সহ্য কৰিব নোৱাৰিলেহেঁতেন নে? ভাৰতীয় তিৰুতাইতো স্বামীৰ কাৰণে সকলো সহিব পাৰে।"

প্ৰতাপৰ মুখখন ভীষণ অৱজ্ঞাত বিকৃত হৈ যায়।—"থৈ দিয়ক সেইবোৰ সাধুকথা। আধুনিক ছোৱালীত বা তিৰুতাত মোৰ অকণো বিশ্বাস নাই।"—সি কব নোৱাৰাকৈয়েই তাৰ মুখৰ পৰা কথাখিনি ওলাই যায়; কিন্তু কৈয়েই সি বুজিব পাৰে যে সি ভুল কৰিলে। দোষীৰ দৰে সি মীনাৰ মুখলৈ চালে। মীনাৰ মুখখনো ক'লা পৰি গৈছিল। ক্ষমা প্ৰাৰ্থনাৰ সুৰত সি কয়,—"বেয়া নেপাব মীনা দেৱী; পৃথিৱীখনৰ ওপৰতে মোৰ বিশ্বাস নোহোৱা হৈ গৈছে। বৰ cynic হৈ গৈছোঁ।"

মীনাই অলপ মনে মনে থাকে। ৰতীনে ডাঙৰকৈ হাঁহি দিয়ে, মীনা আৰু প্ৰতাপৰ চকুলৈ চাই,—"তুমি কিয় কৈ নিদিয়া মীনা, পুৰুষৰ ওপৰতো তোমাৰ বিশ্বাস নাই বুলি—

কটাকটি য'ক! মই বাৰু কাণ দুখন বন্ধ কৰি ৰাখিম হাতেদি।" হো হো কৈ হাঁহি বাগৰি পৰে সি। তাৰ কথা কোৱাৰ ভঙ্গী আৰু হাঁহিৰ ঢৌৱে গৈ মীনা আৰু প্ৰতাপৰ বুকুতো আঘাত কৰে। দুয়ো হাঁহি দিয়ে। অৱস্থা আকৌ সহজ হৈ যায়। মুখৰ হাঁহিটো লুকুৱাই ৰাখিবলৈ তলমূৰ কৰি মীনাই পিয়লাত চাহ ঢালি ঢালি কয়,—"এতিয়া চাহ খ'ক বাৰু, সেইবোৰ কথা থ'ক।"

চাহ খোৱাৰ মাজতে প্ৰতাপক ৰতীনে সোধে,—"পিচে তোমাৰ পৰিবাৰৰ খবৰ কি? মাকৰ ঘৰতে আছে নহয় এতিয়া, নে গাৱঁলৈ গৈছে?"

প্ৰতাপে কোনোমতে তাৰ মুখৰ ভাৱ লুকুৱাই কয়,—"আছে বোধকৰোঁ মাকৰ ঘৰতে; বহুত দিন চিঠি-পত্ৰ পোৱা নাই। ভালেই আছে হবলা। ময়ো একো লিখা নাই কেইদিনমান!"

এনেতে মীনাই "বাৰু—!" বুলি কৈয়েই হঠাৎ থামি ৰতীনৰ মুখলৈ চায়। চকুত পৰে ৰতীনে তাইক ইঙ্গিততে কিবা কয়,—বোধ কৰোঁ কিবা বাধা কৰে। বুজিব নোৱাৰি বিমূঢ়ৰ দৰে সোধে সি,—"কি কব খুজিছিল আপুনি?"

মীনাই উত্তৰ নৌ দিওঁতেই ৰতীতে তপৰাই নিস্পৃহ মাতেৰে কৈ উঠে,—"এই এদিন মেট্ৰোলৈ যাওঁতে তাত মীনাই তেওঁৰ বন্ধুৰ নিচিনা মহিলা এগৰাকীক দেখা যেন পাইছিল বোলে, তাকে কব খুজিছিল হবলা। কিমান মানুহ থাকে একে নিচিনা! মই তেতিয়াই কৈছিলোঁ নহয়, প্ৰতাপ কালকতালৈ গ'লে মোৰ



তালৈ নোযোৱাকৈ নেথাকিলহেঁতেন বুলি! পিচে তোমাৰ বৰ্ত্তমান গা-মূৰ ভাল তো?" কথাৰ মোৰ ওভটাবলৈকেই হবলা ৰতীনে কয়।

প্ৰতাপৰ মুখৰ তেজবোৰ কৰবালৈ আঁতৰি যোৱা যেন লাগিল। হাত ভৰি বোৰ যেন ঠৰঙা লাগিল। মুখৰ ভিতৰত থকা বিস্কুটবোৰ তাৰ তিতা হৈ গ'ল। অলপ সময়ৰ কাৰণে সি একো মাতিব নোৱাৰিলে; একো নেদেখা যেন লাগিল তাৰ। এনেতে হঠাৎ মীনাৰ মাত তাৰ কাণত পৰিল,—"আপোনাক বৰ শেঁতা পৰা যেন লাগিছে। দাৰ্জ্জিলিঙলৈ আহিলে পিচে অলপ পৰিৱৰ্ত্তন হয়েই।"

জোৰ কৰি মুখৰ বিস্কুটখিনি ডিঙিৰ ভিতৰেদি ঠেলি পঠিয়াই নিৰ্জ্জীৱৰ দৰে সি উত্তৰ দিয়ে,—"হয়, কেইদিনমানৰপৰা গা বৰ ভাল নহয়।" মনতে সি ঠিক কৰিলে—নহয়, এই চৰম দুৰ্ভাগ্যৰ বাতৰি সি তাৰ কাকো জানিবলৈ নিদিয়ে,—সি ধৰা নিদিয়ে কাৰো ওচৰত। কিন্তু নিয়তিয়ে হাঁহিলে তাৰ ভাৱৰ পিচপিনে লুকাই,—সি গমকে নেপালে। ৰতীনৰ পিনে চাই সি সুধিলে, "তোমালোকৰ বাতৰি কি? ইয়ালৈ আহিলা কিবা কামত নে?" মুখৰ ভাৱ লুকুৱাবলৈকে সি তললৈ চকু নমাই চাহৰ পিয়ালাটো দাঙি আনি ওঁঠৰ ওচৰলৈ নি শোহা মাৰে।

ৰতীনে কৈ গ'ল তাৰ কথাবোৰ। কলিকতাৰ অসহ্য গৰম আৰু ঠাহ খোৱা ঘৰবোৰৰ মাজত থাকি থাকি মীনাৰ স্বাস্থ্য বৰ বেয়া হৈ গৈছিল। সেউজীয়া অসমৰ মুকলি বা-বতাহত ডাঙৰ

হোৱা ছোৱালী ! সেই কাৰণেই সি চাৰি মাহৰ ছুটী লৈ হাৱা বদলিৰ কাৰণে আহিছে দাৰ্জ্জিলিঙলৈ ।

সি ক'লে,—"বহুত ঠাই ফুৰিলোঁ প্ৰতাপ ! ঐশ্বৰ্য্যৰ লীলাভূমি পশ্চিমৰ দেশবোৰো চালোঁ তাৰ সৌন্দৰ্য্যৰ বাণী ছুইজাৰলেণ্ডলৈকো গলোঁ ; কিন্তু ক'তো মোৰ অসমৰ নিচিনা সৌন্দৰ্য্য নেদেখিলোঁ। চাৰিওপিনে মাথো কৃত্ৰিমতা—ধন-দৌলতৰ মিছা অহঙ্কাৰ। ভাৰতবৰ্ষৰ নিচিনা সৰল সৌন্দৰ্য্য তাত নাই। নিজৰ দেশৰ কথাই বেলেগ প্ৰতাপ। এই চুটি জীৱনটোত সেই কথা মই বাৰুকৈয়েই অনুভৱ কৰিছোঁ। এনেয়েনো কৱিৰ কাপৰ পৰা ওলায় নে ?—

"Home, Home, Sweet Sweet Home
There is no Place like Home."

প্ৰতাপৰ চাৰিমহীয়া প্ৰৱসুৱা মনটোতো সপোনৰ আমেজ লাগে। তাৰ চকুৰ আগত ভাঁহি উঠে--লুইতৰ বেলিমাৰ, উমানন্দ-উৰ্ব্বশীত বালিভাত খোৱা, কুৰুৱাৰ বহল বালি, পানী কলৰ টিলাটো, দীঘলি পুখুৰীৰ পাৰ, কৰ্ম্মবীৰ নবীন বৰদলৈ দেৱৰ পুৰণি ৰঙা ঘৰটোৰ সমুখত সেউজীয়া মেটেকাৰে ভৰা জোৰ পুখুৰী, সিপাৰে সেউজীয়া গছবোৰৰ পৰা সেউজীয়া পাৰ ভৰি সৰি পৰা বগা গুলঞ্চ ফুল, নৈ বিল পুখুৰী ভৰা মেটেকাৰ বেঙেনাবুলীয়া ফুলবোৰ, অসম আগুৰা নীলা পৰ্ব্বতৰ শাৰী, চাহনি-ধাননি, ঘাঁহনি-বননি, নৈ-বিল-জুৰি, কঁহুৱা ফুলৰ ধুনীয়া চাপৰিবোৰ, সৰল মানুহবোৰ—বুকুৰ মৰম খিনি ! ইয়াক জানোঁ



কোনোবাই পাহৰিব পাৰে ? ই যে সকলোকে আদৰি সামৰি লয়।

চাৰিটা মাহ তাৰ মাজতে গুচি গ'ল। বুকুৰ যন্ত্ৰণাময় ঘা-ডোখৰৰ কথা পাহৰি থাকিল সি। ৰাতিপুৱা অধ্যাপনা,—আবেলি ৰতীনহঁতৰ তাত চাহ আৰু মেল,—দেওবাৰটো তাৰ তাহাঁতৰ মাজতে যায়। অকলে অকলে দাৰ্জ্জিলিঙৰ বহুত ঠাইলৈকেই সি যোৱা নাছিল এসাহতে। মীনাৰ অনুৰোধত পৰি তাৰ আটাইবোৰ ঠাইকে চালে। ওচৰৰ পৰ্ব্বতীয়া মানুহবোৰৰ মাজলৈকো গ'ল। ইমান ভাল লাগিল তাৰ ইহঁতক ! যন্ত্ৰ-সভ্যতাৰ কৃত্ৰিমতাৰ মাজত মানুহে হেৰুৱাই পেলোৱা ফালটো ইহঁতৰ মাজলৈ আহিলেহে বিচাৰি পাব পাৰি ! সিহঁতে তাহাঁতক আদৰ-সাদৰ কৰিলে ভিন্ দেশীয় মানুহ বুলি। ভৈয়ামৰ মানুহৰ প্ৰতি ভাতৃভাৱ ইহঁতৰ এতিয়াও হোৱা নাই। ভৈয়ামৰে পৰা-জয় ইয়াত। প্ৰতাপৰ মনত পৰিল অসমৰ চাৰি সীমাভৰা পৰ্ব্বতবোৰ আৰু তাৰ মানুহবোৰৰ কথা। সেই একে অৱস্থা, কোনো কোনো ক্ষেত্ৰত তাতোকৈ বেয়া।

এটা কথা প্ৰতাপৰ মনত কুহুলিয়াই আছিল। আঠ বছৰেই প্ৰায় হ'লহি, ৰতীন আৰু মীনাৰ বিয়া হোৱা ;—কিন্তু লৰা ছোৱালী— !

এদিন সি সুধিয়েই পেলালে ৰতীনক। ৰতীনে হাঁহিলে। তাৰ সেই প্ৰাণখোলা ডাঙৰ হাঁহিটো।—"কিয় ? ল'ৰা-ছোৱালী হোৱাৰ বয়স যোৱা বুলি ভাবা নেকি আমাৰ ?"

প্ৰতাপ অপ্ৰস্তুত হল। "নহয়, মানে—।"

ৰতীনে অলপ গম্ভীৰ সুৰত ক'লে,—"কেলেইনো লাগিছে লৰা-ছোৱালী! দেশত ল'ৰা-ছোৱালীৰ অভাৱ নে? সিহঁতকে খুৱাই-মিলাই ডাঙৰ কৰিবলৈকে সমৰ্থ হওঁচোন আগতে। বুজিছা প্ৰতাপ, আমাৰ দেশৰ মানুহৰ কাৰণে সন্তান কামনাই ডাঙৰ কথা হলেও, সিয়েই আমাৰ দুৰ্ভাগ্যও। Malthus ৰ Population Theory আমাৰ দেশতেহে applicable. Here, our population increases geometrically, when food increases arithmatically. ভাৰতবৰ্ষত birth control ৰ কাৰণে stiff law ৰ দৰকাৰ!"

ৰতীনৰ ছুটী উকলে। সিহঁত কলিকতালৈ গুচি যায়।

প্ৰতাপৰ সেইদিনা নিজক বৰ নিঃস্ব, বৰ অকলশৰীয়া যেন লাগিল। চকুৰ পানী ওলাই আহিল তাৰ। দিনটো বিছনাত পৰি থাকোঁতেই গ'ল।

যোৱাৰ সময়ত মীনাৰ চকু দুটাও সেমেকি উঠিল। নাৰীয়ে মানুহক যিমান আপোন কৰিব জানে, ভাল পাব পাৰে, আন কোনোৱেই নোৱাৰে।

———

# একৈছ

বীণা হস্পিটেলত পৰিল ৰতীনৰ তত্ত্বাৱধানৰ তলতেই। ৰতীন আচৰিত হ'ল। যিবিলাক মানুহে তাইক লৈ আহিছিল, তাহঁতক সুধি সি জানিলে, মীনাৰ সন্দেহেই সঁচা। অজয়ৰ মোহ এৰিব নোৱাৰি ঘৰ এৰি আহি বীণা আজি সৰ্ব্বহাৰা। তাৰ ঘৃণাও জন্মিল, পুতৌও হ'ল বীণালৈ। বেচেৰা প্ৰতাপৰ দৰে ল'ৰাজনৰ ভাগ্যত ইমান বিড়ম্বনা আছিল নে? তথাপি সি কাকো এই বিষয়ে একো নকলে।

পৰীক্ষা কৰি জানিলে যে তাইৰ মূৰ আৰু বুকু দুই ঠায়েই বৰ বেয়াকৈ ৰুগীয়া হৈ গৈছে। বচাৰ আশা নায়েই। তথাপি যিমান পাৰে চেষ্টা কৰিলে ভাল কৰিবলৈ। যি নহওক, এনেকৈ মৰিবলৈ তো এৰি দিব নোৱাৰি;—যদিও মৃত্যু তাইৰ কাৰণে আশীৰ্ব্বাদেই হব।

পূৰা চাৰিদিনৰ মূৰত তাই চকু মেলি চালে, কিন্তু ভাল হোৱাৰ লক্ষণ তেতিয়াও দেখা নগ'ল। তাই ভ্ৰম বকিবলৈ আৰম্ভ কৰিলে। প্ৰতাপৰ নাম লয়, নিজক গালি পাৰে, মাজে মাজে বৰকৈ উত্তেজিত হৈ উঠি আকৌ অচেতন হৈ পৰি যায়।

ৰতীনে দেখিলে প্ৰতাপক বাতৰি দিয়াই উচিত। তিৰুতা গৰাকীয়ে বৰ কষ্ট পাইছে! হয়তো প্ৰতাপক ওচৰত পালে ভাল পাবও পাৰে।

সেইদিনা সি ঘৰলৈ গৈ মীনাকো কলে আটাইবোৰ কথা।

শুনি মীনা স্তব্ধ হৈ গ'ল। দুখো লাগিল, লগৰে এজনীৰ এই ভীষণ পতনৰ বাতৰি পাই। তাই ভালকৈ বুজিলে, লালসাৰ উন্মাদনাত মানুহ কিমানদূৰ নামিব পাৰে।

তাই একো মাতিব নোৱাৰিলে, ৰতীনৰ মুখলৈকেই চাব নোৱাৰিলে তাই। নিজৰেই যেন মূৰ তুলিবলৈ লাজ লাগি গ'ল মীনাৰ—।

দুপৰীয়া ৰতীনে প্ৰতাপলৈ টেলিগ্ৰাম কৰিলে।

* * * *

প্ৰতাপে হোটেলৰ বাৰান্দাত চকীখন উলিয়াই হাতত পুথি এখন লৈ বহি আছিল। পুথিখন যদিও আঠুৰ ওপৰত মেলা হৈ হাতেৰে ধৰি থকা অৱস্থাত আছে, চকু তাৰ তাত নাই। বাহিৰৰ পিনে চাই কিবা ভাবি আছিল সি।

গাৱঁৰপৰা চিঠি পাইছে প্ৰতাপে। দাৰ্জ্জিলিঙলৈ আহি মাকলৈকো সি লিখিছিল চাকৰি পাই দাৰ্জ্জিলিঙলৈ আহিব লগা হোৱা বুলি। ঠিকনাও দিছিল। তালৈ লিখা চিঠিখন নিমন্ত্ৰনী চিঠিহে আছিল। ৰাণীৰ তত্বাৱধানত চলা শিক্ষা-কেন্দ্ৰৰ ছাত্ৰ-ছাত্ৰীৰ দ্বাৰা এখন বিৰাট সাংস্কৃতিক মেলাৰ আয়োজন কৰা হৈছে। শিক্ষামন্ত্ৰীও আহিব—কাম-কাজবোৰ পৰিদৰ্শন কৰি মেলাৰ দুৱাৰ মুকলি কৰিবলৈ। প্ৰতাপকো মাতিছে যেনেতেনে যাবই লাগিব হেনো,—নহলে নহব।

সি তাৰ কথাই ভাবিছে, যাব নে নেযাব। তাৰ জীৱনৰ এই দুৰ্ব্বহ বেদনা লৈ মাক আৰু ৰাণীৰ আগত মুখ উলিয়াব



কেনেকৈ সি? মাকে যদি সোধে বীণাৰ কথা, সি কি কব? ৰতীন আৰু মীনাক কোৱাৰদৰে মিছা এটাকে কব নে? কিন্তু মাকৰ ওচৰত মিছা মাতিব কেনেকৈ সি? আৰু ৰাণী? তাইৰ ওচৰতো তাৰ পৰাজয়। সি বিচাৰিছিল তাইক আঘাত কৰিবলৈ, কিন্তু সি তাইৰ একো ক্ষতি নকৰিলে—কৰিব নোৱাৰিলে। তাই আজি বেচি গৰিয়সী, বেচি মহীয়সী!

আনবোৰ কথা এৰি দি কেতিয়াৰপৰা অকল ৰাণীৰ কথাকে ভাবিবলৈ, ধৰিলে প্ৰতাপে নিজেও সেইটো বুজিব নোৱাৰিলে। তাৰ চকুৰ আগত ভাহি উঠিল শান্ত সবল ৰাণী। দাবীৰ অহঙ্কাৰ তাত নাই, আছে কৰ্ত্তব্যৰ দায়িত্ববোধ। ভাবিবই নোৱাৰিছিল কোনোৱেই, সেইজনী ৰাণীৰ মাজত ইমান ডাঙৰ প্ৰতিভা কেনেবাকৈ লুকাই আছিল বুলি।

ৰাণীৰ ওপৰত তাৰ শ্ৰদ্ধা হ'ল। প্ৰভাতৰ সপোনক বাস্তৱত ৰূপ দিবলৈকে যত্ন কৰিছে ৰাণীয়ে। কিন্তু সি তাৰ ককায়েক হৈ, তাৰ উপাৰ্জ্জনৰ ওপৰতে 'শিক্ষিত' হৈয়ো, সি তাৰ ভায়েকৰ স্মৃতিৰ সন্মানৰ কাৰণে একোকেই কৰিব পৰা নাই। নিজৰ দুখৰ মাজত নিজক বুৰাই ৰাখি সি জীৱনৰ মূল্যৱান ফাল এটা হেৰুৱাব ধৰিছে—নষ্ট কৰিছে। পিছ মুহূৰ্ত্ততে অভিমানো হ'ল তাৰ ৰাণীৰ ওপৰত। কিয় নিজে নেমাতিলে ৰাণীয়ে? সি তালৈ যাব, এই ইচ্ছা তাইৰ নাই নেকি? সেই কাৰণে লৌকিকতা ৰক্ষাৰ কাৰণে মাত্ৰ সহকাৰী হিৰেণৰ হতুৱাই কোনোমতে দুটামান আখৰ লিখি পঠিয়াই দিছে! মাকৰ বিষয়েও তাত কোনো উল্লেখ

নাই। মাকৰ ওপৰত তাৰ যি অধিকাৰ, তাকো তাই কাঢ়ি নিলে নেকি তাৰ পৰা—ইমান অৱস্থা? দুখ আৰু অভিমানৰ ভৰত তাৰ অন্তৰ দুৰ্ব্বহ হৈ উঠা যেন পালে সি।

সি ভাবিয়েই আছিল এইবোৰ কথা! এনেতে টেলিগ্ৰাম বিলনীয়া আহি তাৰ হাতত টেলিগ্ৰাম এখন দিলে। তাৰ বুকু কঁপি উঠিল। আকৌ বা কি দুঃসম্বাদ? কোনোমতে চহীটো কৰি সি টেলিগ্ৰামখন ৰাখিলে। মেলি চাই দেখিলে, ৰতীনে কলিকতাৰপৰা টেলিগ্ৰাম কৰিছে।

"সোনকালে আহা। বৰ জৰুৰী।"

—"ৰতীন।"

সি ভাবি নেপালে ইমান কি জৰুৰী হব পাৰে। তথাপিও সি কলিকতালৈ যোৱাটোকেই ঠিক কৰিলে।

হিৰেণলৈ লিখি পঠিয়ালে,—যাব নোৱাৰিম, বীণাৰ বৰ টান বুলি। কিয় জানো এই কথাটোৰেই তাৰ মনলৈ আহিল। নিজৰ গাৱঁৰ সাংস্কৃতিক মেলা এখনলৈ নোযোৱাৰ কাৰণ দৰ্শাবলৈ সি আৰু আন একো বাট বিচাৰি নেপালে। মাকৰ কথাও একো নুসুধিলে চিঠিত। পাহৰক, কেৱেই তাক মনত ৰাখিব নেলাগে.—সিও পাহৰিব। অকলেই থাকিব পাৰিব সি।

পিচদিনা প্ৰথম গাড়ীতেই সি কলিকতালৈ ৰাওনা হ'ল। গধূলি ছাত্ৰজনক কৈ আহিল সি আৰু পঢ়ুৱাব নোৱাৰিব—ঘৰত বৰ টান বেমাৰ। পঢ়ুৱাৰ আৰু দৰকাৰো নাই। নিজে



পঢ়াৰেই আৱশ্যক এতিয়া। তাৰ ওপৰতেই ফলাফল নিৰ্ভৰ কৰিব। সি ক্ষমা বিচাৰিলে হঠাৎ এইদৰে কাম এৰি আহিব লগা হোৱা কাৰণে।

---

## বাইছ

বাহিৰত তেতিয়া কিন-কিনিয়া বৰষুণ। ৰতীনে গম্ভীৰ মুখেৰে তাৰ বাৰান্দাতে আৰামী চকীখনত শুই আছে। প্ৰতাপো আহি পোৱা নাই। সি ভাবি পোৱা নাই কি কৰিব।

ৰাতি-পুৱা চাৰিমান বজাৰপৰা উঠি বীণাৰ ওচৰত থাকি বাৰ বজাৰ পিচত এই অলপ আগতে আহি সি জিৰাইছে মাথোন। দুই এজন সাঙ্ঘাতিক ৰোগীৰ বাহিৰে আন ৰোগীৰ খবৰ সি লোৱাই নাই, আজি তিনিদিন সেই কাম সি তাৰ সহকাৰীৰ হাততে এৰি দিছে। হস্পিটেলৰ কৰ্ম্মচাৰীবিলাক, কোনো সম্বন্ধ নথকা তিৰুতা এগৰাকীৰ প্ৰতি তাৰ ইমান মনোযোগ আৰু ব্যস্ততা দেখি আচৰিত হৈছিল। সিহঁতে মনতে ভাবিছিল বোধকৰোঁ, বীণাৰ অতুলনীয় সৌন্দৰ্য্য দেখিয়েই ৰতীন মুগ্ধ হৈ পৰিছে। কিছুমানে এই বিষয়ে নেপথ্যত বক্ৰ মন্তব্য কৰিবলৈকো এৰা নাছিল আন কিছুমানে, যিবিলাকে ৰতীনৰ সদায় উদাৰ আৰু মধুৰ স্বভাৱ আৰু ব্যৱহাৰৰ কাৰণে তাৰ একান্ত ভক্তৰ দৰে হৈ পৰিছিল, সিহঁতে কিন্তু তাক তেনে সন্দেহ কৰিব

নোৱাৰিলে। যিবিলাকে বেয়াভাৱে ৰতীনৰ কথা ক'লে, তাহাঁতক সিহঁতে তিৰস্কাৰ কৰিলে,—"ছিঃ, তেনেকৈ ভাবা কিয় তেখেতক? নিজৰ দেশৰ অসহায়া তিৰোতা এজনী বিপদত পৰিছে, সেই কাৰণেই যত্ন কৰিছে। তোমালোকেও এনে অৱস্থাত তেখেতৰ নিচিনাকৈয়েই খাটিলাহেঁতেন।"

আনবোৰে মুখ বিকটাই গুচি যায়।—"হুঃ। জনা আছে তহঁতৰ ডাক্তৰক। মাছ নেপালে সকলোৱেই নিৰামিষী হয়।"

কিছুমানে বীণাৰ প্ৰলাপৰ মাজত তাইৰ অসংলগ্ন কথাবোৰ শুনি নানা ধৰণৰ সন্দেহ কৰে। ৰতীনে কিন্তু কাৰো কোনো কথালৈ কাণ নিদিয়ে। তাৰ কাম কৰি যায় সি নিমাতে।

ইয়াৰ ভিতৰতে মীনায়ো এদিন আহি চাই গৈছে। হাজাৰ হ'ক, পুৰণি বন্ধু,—তাতে অচিন ঠাইত নিঃসহায়া অৱস্থাত। বীণাই চকু মেলি চাইছিল। মীনাই ৰবকৈ মতাত চিনি পাই "উঃ" বুলি আকৌ অজ্ঞান হৈ পৰিছিল। তথাপি তাইৰ দুদিনমান জ্ঞান হোৱা যেন লাগিছিল; কিন্তু মৰা সন্তানটো ভূমিষ্ঠ হোৱাৰ পিচত তাইৰ আৰু চেতনা উভতি অহা নাই। মৰাৰদৰে পৰি আছে,—নাড়ীৰ গতিও দুৰ্ব্বল হৈ গৈছে।

বীণাৰ চিন্তাৰ বাহিৰেও আন এটা বিপদ হৈছে ৰতীনৰ। কৰবাৰ গাৱঁৰপৰা বুঢ়া এজনে তিৰুতা এজনী লৈ আহিছে। তিৰুতাজনী বেমাৰত ভুগি ভুগি শেতা আৰু হাড়বোৰ জেং জেংকৈ ওলোৱা যেন হৈছে,—তথাপি বুজিব পাৰি বয়স বৰ বেচি হোৱা নাই। আজি পাঁচ বছৰে হেনো পেটৰ অসুখত ভুগিছে। ল'ৰা-ছোৱালী



ছটা। তৃতীয় সন্তানটো হোৱাৰ সময়তে পেটৰ বিষ হৈ তিনি চাৰি মাহ পাটীত পৰি থাকিব লগীয়া হৈছিল। শেষৰটো হোৱাৰ আজি আঠমাহ হ'ল,—বিষটো বেচি হৈছে। ভালতো হোৱাই নাই, দিনে দিনে বাঢ়িহে গৈছে।

ৰতীন আচৰিত হ'ল। ছাব্বিচ বছৰৰ বেচি হোৱা নাই তিৰুতা গৰাকীৰ। ইয়াৰ ভিতৰতে ছটা ল'ৰা-ছোৱালী! তাৰ খং উঠিল তাইৰ অজ্ঞান গিৰিয়েকটোৰ প্ৰতি। সি বুঢ়াক ধমকি দিলে,—"গিৰিয়েক ক'ত? সি কলৈ পলাল?"

তাৰ প্ৰশ্ন শুনি তিৰুতাজনীৰ কঙ্কালটোৰ গাঁতত সোমোৱা চকুৰ পতা দুটা তললৈ হালি পৰিল। সঙ্কুচিত স্বৰত বুঢ়াই ক'লে,—"এইজনী মোৰেই তিৰুতা দেউতা! আগৰজনী ঘৈণী মৰিবৰ আজি আঠ বছৰ হ'ল! এমা-ডিমা কেবাটাও ল'ৰা-ছোৱালী। বিয়া কৰাই উঠি ডাঙৰ ল'ৰাটোও বেলেগ হৈ গ'ল। ল'ৰা-ছোৱালী কেইটিক চাব লাগে, বুঢ়া কালত মোকো চাব লাগে। সেই কাৰণে এইকে—!"

ৰতীন এইবাৰহে আকাশৰপৰা সৰি পৰা যেন হ'ল। বুঢ়াৰ বয়স ষাঠি অনায়েসে পাৰ হৈছে। এই মানুহজনৰ সেইজনী ঘৈণীয়েক! সি খঙতে কৈ উঠিল,—"এতিয়াই কিয় আনিলা ইয়ালৈ? আৰু কেইটামান ল'ৰা-ছোৱালী তুলি মৰিবলৈ দিলেই হ'লহেঁতেন, আৰু এটা বিয়া কৰাব পাৰিলাহেঁতেন! গুচি যোৱা, মই চিকিৎসা কৰিব নোৱাৰোঁ। কোনে ভাল কৰিব এইবোৰ মানুহক? স্বয়ং ভগৱানেও নোৱাৰে।"

সি গুচি যাব খুজিছিল, বুঢ়াই কান্দি কান্দি তাৰ ভৰিত বাগৰি পৰিল।—"বাপ্ বুলিছোঁ। ৰক্ষা কৰক দেউতা! আমি দুখীয়া মানুহ, চিকিৎসা কৰিব নোৱাৰোঁ টকাৰ অভাৱত। অন্ততঃ কেচুৱাটোৰ মুখলৈ চাই হলেও ৰক্ষা কৰক দেউতা!"

তিৰুতাজনীয়েও কাপোৰৰ আচঁলেৰে চকুৰ পানী মচিবলৈ ধৰিলে।

ৰতীনৰ বৰ বেয়া লাগিল। তাৰ ভৰিৰ ওচৰত বহি থকা সোঁতোৰা চালৰ বুঢ়াটো,—যাঠিৰ ওপৰ হৈছে তাৰ,—আমাৰ দেশৰ মতে জীৱনৰ শেষ সীমা পাইছেহি। এই বয়সত সি থাকিব লাগিছিল এজন কৰ্ম্মী ডেকাৰ তত্বাৱধানৰ তলত। অথচ, ডেকা পুতেক থাকিও তাৰ নাই। আজিও তাৰ কণ কণ লৰা-ছোৱালীৰে সৈতে বিৰাট পৰিয়ালটোৰ কাৰণে সি খাটিব লগীয়া হৈছে, চিন্তা কৰিব লগীয়া হৈছে। কি কৰিব বেচেৰা! এই সমস্যা অকল মাথো বুঢ়াৰে নহয়,—দেশ জোৰা মানুহৰ। এই কাৰণেই আমাৰ দেশ পঙ্গু অক্ষম ৰুগীয়াৰে ভৰা। কিন্তু ইয়াৰ সমাধানৰ উপায় কি? হয়তো আছে, কিন্তু কোনে তাৰ চেষ্টা কৰিছে? মাত কোমল কৰি সি কলে,—"বাৰু, এৰি যোৱা। ভৰ্ত্তি কৰি ল'ম। কিন্তু এইবাৰ যদি ভাল হয়, সাৱধান!"

বুঢ়াই উঠি চকু মচি তাক অসংখ্য ধন্যবাদেৰে কৃতজ্ঞতা জনালে "দেৱতা" বুলি।

ৰতীনে তাৰ পিনে চালে। এয়েই দেশৰ মানুহ। নাপালে তাৰবাবে প্ৰতিবাদ কৰাৰ শক্তি ইহঁতৰ নাই; কিন্তু অকনমান



পালেই ইহঁত অতি সন্তুষ্ট। সি এটা হুমুনিয়াহ পেলাই তিৰুতা-জনীৰ নাম ভৰ্ত্তি কৰি ললে। তাইৰ পেটৰ অৱস্থা বৰ সাঙ্ঘাতিক। কাটিব লাগিব। তথাপি ভাল হয়নে নহয় সন্দেহ।

কটাৰ নাম শুনিয়েই তিৰুতাজনী উচপ্ খাই উঠিল! বুঢ়াই বুজনি দিলে ভয় নকৰিবলৈ, অসুখ হৈছে যেতিয়া কাটিবই লাগিব, তেহে ভাল হব!

চকুপানী মচি মচি কম্পাউণ্ডাৰ এটাৰ পিচে পিচে তাই গ'ল হস্পিটেলৰ ভিতৰলৈ। সেই তিৰুতাজনীয়েই তাক বিমূঢ় অৱস্থাত পেলালে। অস্ত্ৰোপচাৰ কৰাৰ আগতে ক্লোৰোফৰ্ম্ম দিয়াৰ সময়ত তাই হাত-ভৰি আফালি বৰ উৎপাত কৰিলে। অস্ত্ৰোপচাৰ ভালদৰে হৈ গ'ল যদিও, তাৰ চক্ তাইৰ মনৰ পৰা তেতিয়াও গুচা নাছিল। অৱস্থাটো সেই কাৰণে ভয় লগা হৈ আছিল। তাৰ হাতৰ ৰোগী, সি এৰিও যাব নোৱাৰে। এইপিনে আজি দুদিনমানৰ পৰা বীণাৰো যোৱা-থোৱা অৱস্থা!

প্ৰতাপ আহিলেই যেন সি ৰক্ষা পৰে! যিয়েই নহওক, বীণা প্ৰতাপৰ বিবাহিতা পত্নী। সিও তাক জানে। এনে অৱস্থাত অনাদৰ কৰিবৰ বা আনৰ হাতত এৰি দিবৰ সত যায় কেনেকৈ?

এই নানাবোৰ সমস্যাৰ মাজত পৰি ৰতীন অলপ বিভ্ৰান্ত হৈ পৰিল। এতিয়া কি কৰা যায়, তাৰে উপায় ভাবি আছিল সি। আনপিনে আজি ৰাতি পুৱাৰ পৰা বীণাই অলপ মানুহ চিনিব পৰা হৈছে। ৰতীনক দেখিয়েই তাই জ্ঞান হেৰুৱাই

পৰি যাব ধৰিছিল। লৰালৰিকৈ ভাল যত্ন লোৱাতহে জানিবা নহ'ল। বুকু আৰু মূৰ এতিয়াও বৰ দুৰ্ব্বল, শৰীৰো নিস্তেজ। প্ৰতাপক দেখি যদি তাই জ্ঞান হেৰুৱায়, আৰু বচাৰ আশাই নেথাকিব। বাচি থকাৰ পৰা লাভো নাই অৱশ্যে তাইৰ।

হঠাৎ তাৰ চিন্তাৰ লানি ছিগি গ'ল। কোনোবা এজন আহি ঘপহ্‌কৈ তাৰ আগত থিয় দিলে। সি মূৰ দাঙি চাই দেখিলে—প্ৰতাপ—হাতত চুটকেচ্ আৰু বিছনাখন। বৰষুণ পৰি তাৰ কাপোৰবোৰ অলপ তিতিছে। প্ৰতাপক দেখি সি উশাহ পোৱা যেন পালে।—"আহিলা? ভালেই হৈছে!"

প্ৰতাপে মনে মনে বৰ উদগ্ৰীৱ হৈ আছিল—ৰতীনে কিয় তেনেকৈ মাতি পঠালে জানিবলৈ। সি ভাবিছিল, কিবা ভাঙৰ দুৰ্ঘটনা এটা। ৰতীনৰ মুখ দেখি তাৰ ভাৱ হ'ল—মীনাৰ অসুখ নেকি? সি অলপ অধৈৰ্য্যৰ দৰে সুধিলে,—"এনেকৈ মাতি পঠালা যে, কি কথা? মই অকণো স্থিৰেৰে থাকিব পৰা নাই,—তোমাৰ টেলিগ্ৰাম পোৱাৰ পৰা।"

শান্ত সুৰেৰে ৰতীনে তাক ক'লে—"বহাচোঁন। কাপোৰ কানি সলাই অলপ সুস্থিৰ হোৱা। আটাইবোৰ তিতিল। হাত ভৰি ধুই খাই-বৈ উঠা। লাহে লাহে ক'ম।"

"নাই, নাই, তিতা নাই। বিস্ৰাত আহিলোঁ। তোমাৰ ঘৰত ভাল তো?"

"এৰা সেইবোৰ ঠিক আছে। ভাৰ কথা ভাবিব নেলাগে। কথা আনহে।"



"তেনেহলে এতিয়া নোকোৱা? সাঙ্ঘাতিক নহয় তেন্তে! উঃ! মই ইমান ভয় খাইছিলোঁ।" শ্ৰান্তৰ দৰে বাকচ বিছনা বেৰত আওজাই থৈ ভাগৰ-ছাৰি প্ৰতাপ চকী এখনত বহি পৰে।

ৰতীনে আগৰ সুৰতে উত্তৰ দিলে—"তুমি যি ভাবা।"

ভিতৰলৈ গৈ সি মীনাক খবৰ দিলেগৈ প্ৰতাপ আহিছে, তাৰ খোৱা-লোৱাৰ যোগাৰ কৰিবলৈ। মীনা তাইৰ কোঠাতে আছিল চকী এখনত বহি, আগত পুথি এখন মেলি লৈ। পুথিত তাইৰ চকু আছিল যদিও মন নাছিল। তাই ভাবি আছিল বীণা, প্ৰতাপ, আৰু আধুনিক সমাজৰ এই উচ্ছৃঙ্খলতাৰ ভীষণ পৰিণতিৰ কথা। ৰতীনৰ কথা শুনি তাই উঠি ৰান্ধনি-ঘৰৰ ভিতৰত সোমাল।

ভাত-পানী খাই উঠাৰ পিচত ৰতীনে লাহে লাহে তাক সকলো কথা ক'লে। প্ৰতাপে স্থৱিৰৰ দৰে বহি থাকিল বাহিৰৰ পিনে চাই।—যি নাৰীয়ে তাক অপমান কৰি পৰ পুৰুষৰ লগত ঘৰৰ পৰা ওলাই আহিছিল, সেই নাৰীৰ আজি অন্তিম সময়। ৰতীনৰ মতে তাৰেই প্ৰয়োজন আজি সকলোতকৈ বেচি। তাৰ মনে বিদ্ৰোহ কৰি উঠিল,—"কিয় যাব সি এই ব্যভিচাৰিণীৰ ওচৰলৈ? তাৰ আত্মসন্মান বোলা একো নাইনে? হ'ক যি হয়,—তাই উপযুক্ত শাস্তিয়েই পাইছে।"

ৰতীনে কৈ যাবলৈ ধৰিলে,—"জ্ঞান পোৱাৰ পৰাই তেওঁ তোমাক বৰকৈ বিচাৰিছে; কিন্তু বিচাৰিয়ে আকৌ তেওঁ বৰ

ভুল কৰাৰ দৰে চিঞৰি উঠে,—নাই, নালাগে, নাহিবা। তোমাক মই আৰু দেখা পাবলৈ নিবিচাৰোঁ। ক্ষমা খুজি আৰু তোমাক অপমান নকৰোঁ। মহাপাপীয়সী মই। মোৰ মুখ তুমি চাব নেলাগে। তাৰ পিচত হুক্-হুকাই কান্দে। অচেতন অৱস্থাতেই চিঞৰি উঠে, তুমি আহিছা স্বামী মোৰ! আহা, মোক পদধূলি দিয়া। বৰ বেয়া অৱস্থা তেওঁৰ। যেতিয়াই তেতিয়াই শেষ হব পাৰে। যন্ত্ৰণা আৰু আমি দেখি দেখি সহ্য কৰিব নোৱাৰা হৈছোঁ। ডাক্তৰ হলেও, মানুহ তো আমি! তোমাক ওচৰত পালে চাগৈ অলপ শান্তিৰে চকু মুদিব পাৰিব। তুমি তেওঁৰ ওচৰলৈ এবাৰ যোৱা উচিত প্ৰতাপ—মোৰ বোধেৰে! তেওঁ যিয়েই নকৰক, তোমাৰ তো এটা কৰ্ত্তব্য আছে; স্বামী হিচাবে,—নহলেও মানুহ হিচাবে।"

প্ৰতাপে একো নকলে, কব নোৱাৰে। স্থিৰ দৃষ্টিৰে স্থৱিৰৰ দৰে সি বাহিৰলৈ চাই থাকে।

"তুমি ভাবি চোৱা প্ৰতাপ। মই হস্পিটেলৰপৰা আহোঁগৈ। গধূলি সাতমান বজাত তোমাক লৈ যাম।"

ৰাটাৰ প্ৰুফ সাজ-জোৰ আৰু চুটকেচ্ এটা হাতত লৈ ৰতীন বাহিৰ ওলাই গ'ল। প্ৰতাপ বহিয়েই থাকিল।

বহুত কথা নানান ৰকমে ভাবি প্ৰতাপে গধূলি বীণাক চাবলৈ যোৱাটোকে ঠিক কৰিলে। মীনায়ো তাক বহুত বুজনি দিলে। সি শেষত এই সিদ্ধান্তত উপনীত হ'ল যে সি বীণাৰ কাৰণে যিমানেই দুখ বা অপমান নেপাওক, তাই যদি শেষ



অৱস্থাত তাক দেখিয়েই শান্তি পাব পাৰে বা তাইৰ অপৰিসীম যন্ত্ৰণাৰ অলপ উপশম হয় তাক দেখাৰ পৰা, তেন্তে হৃদয়ৰ ফালৰপৰাও সি যোৱাটো নিতান্ত উচিত।

সিহঁতে গৈ হস্পিটেল পোৱাৰ সময়ত ঠাই ডোখৰ এটা শান্ত নিৰৱতাই ছানি ধৰি আছিল। ধাত্ৰী আৰু সহকাৰী কৰ্ম্মী-সকলে ব্যস্তভাৱে ইফালে-সিফালে আহি গৈ আছিল। দুই এটা ৱাৰ্ডৰপৰা ৰোগীৰ কাতৰ উক্তি শুনা গৈছিল মাজে মাজে।

ৰতীনে প্ৰতাপক বীণাৰ কোঠালৈ লৈ গ'ল। তাইৰ অৱস্থা দেখি পুতৌ আৰু সমবেদনাত প্ৰতাপৰ অন্তৰ ভৰি পৰিল। তাই এখন ধপ্‌ধপীয়া বিছনাত শুই আছে, ওচৰতে এগৰাকী ধাত্ৰী।

বীণাৰ মুখখন কাগজৰ দৰে বগা, তেজ লেশমাত্ৰও নাই। চুলিবোৰ বিশৃঙ্খল-জট লাগি এনি-তেনি পৰি আছে। হাতবোৰ শুকাই কামি যেন হৈছে, শেতশেতীয়া বগা। চকুবোৰ গাঁতত! হাড়-ছালৰ বাহিৰে শৰীৰটোত একো নাই। উশাহৰ তালে তালে বুকুখন খুব লাহে লাহে উঠা নমা কৰিছে। নিশ্বাস অতি ধীৰ। ধাত্ৰী গৰাকীয়ে জনালে, অলপ আগতে বকি বকি তাইৰ টোপনি আহিছে।

একো নকৈ প্ৰতাপ ওচৰৰ চকী এখনত বহিল। চেষ্টা কৰিও সি বীণাৰ পৰা দৃষ্টিটো আঁতৰাই আনিব নোৱাৰিলে। এদিন তাই হোমক সাক্ষী কৰি গ্ৰহণ কৰা তাৰ পত্নী আছিল।

হঠাতে বীণাই টোপনিতে—"তুমি, তুমি আহিছা?" বুলি চিঞৰ মাৰি উঠি বহিব খুজিলে। উত্তেজনাত তাইৰ গা কঁপিছে, মুখ মেলা গৈছে। ধাত্ৰী গৰাকীয়ে লৰি গৈ তাইক ধৰি শুৱাই দিব খুজিলে, কিন্তু অকলে তাইক বলে নোৱাৰিলে। ৰতীনেও তেহে তাইক ঠিক কৰি শুৱাই থব পাৰিলে।

উভতি আহি ৰতীনে প্ৰতাপক কলে,—"প্ৰায়ে এনেকুৱা হবলৈ ধৰিছে, আজি সাত দিনমানৰ পৰা। বোধকৰোঁ সপোন দেখি তেনেকৈ উঠে।"

প্ৰতাপে একো নেমাতি বীণাৰ বিছনাৰ ওচৰলৈ গ'ল— ৰতীনেও বাধা নিদিলে। বীণাই বৰ ডাঙৰ চক্ খাব, হয়তো তাক সহ্য কৰিবও নোৱাৰিব। তথাপি উপায় নাই! বৰ ভাগৰুৱাৰ দৰে পৰি আছে তাই। বুকুখন অলপ বেছিকৈ ঢপ্ ঢপাইছে। উশাহ লোৱা গমেই ধৰিব নোৱাৰি। বীণাৰ কপালত হাতখন আলফুলকৈ থৈ প্ৰতাপে মাতিলে,—"বীণি—!" কপালখন তাইৰ একেবাৰে চেঁচা।

তাৰ করুণ মাতটো শুনি তাইৰ তন্দ্ৰা ভাগিল। চাং কৰে চকু মেলি চালে তাই। চকুত অকণো উজ্জ্বলতা নাই। প্ৰতাপৰ হাতখন জোৰেৰে খামুচি ধৰি তাই আৰ্ত্তনাদ কৰি উঠিল,—"কোন তুমি? কোৱা, তুমি কোন?" মাতটো তাইৰ চি-চিঞাই ওলাইছে। কথা কওঁতে তাইৰ ডিঙিৰ শিৰবোৰ জকজকাই ফুলি উঠিল। তাইৰ হাতৰ বান্ধোনত প্ৰতাপৰ হাত ভাঙি যোৱা যেন হ'ল। এই শুকান হাড় কেইডালত ইমান বল পালে ক'ত তাই?



তথাপি হাতখন এৰুৱাই অনাৰ অকণো চেষ্টা নকৰিলে সি। মুমূৰ্ষ আত্মাটোৱে ইয়াতেই যদি অকমাণ শান্তি পায় পাওক। কোমল সুৰেৰে সি মাত দিলে। "মই প্ৰতাপ বিনি।"—

তাৰ কথা শুনিয়েই তাই জাপ মাৰি উঠি বহিব খুজিলে। হাতখন আৰু জোৰেৰে সাৰটি ধৰিলে। ডিঙি ফালি এটা মাথোন কথা তাইৰ মুখৰ পৰা ওলাই আহিল "তুমি···তুমি!" তাৰ পিচত তাই ধাচ্-কৰে পৰি গ'ল। প্ৰতাপৰ হাতখন বুকুত সাৰটি ধৰি ফুচফুচাই কোৱাদি কলে,—"ক্ষমা, ক্ষমা— চৰণৰ ধূ—!" মাত আৰু তাইৰ নোলাল। চকু মুদ খাই গ'ল। প্ৰতাপৰ হাতখন তেতিয়াও তাইৰ বুকুত। হাতৰ বান্ধ ঢিলা হৈ পৰিল।

ওচৰ চাপি আহি ৰতীনে তাইৰ হাতৰ নাড়ী চাই আকৌ এৰি দিলে,—"শেষ!" প্ৰতাপে দেখিলে বীণাৰ মুখত যন্ত্ৰণাৰ পৰিৱৰ্ত্তে এটা তৃপ্তিৰ মধুৰ হাঁহি। হাতখন এৰুৱাই আনি সি তাইৰ মুখলৈ আকৌ এবাৰ চালে,—কপালত আলফুলকৈ হাতখন বুলাই দি গাৰ কাপোৰখন টানি গাটো ঢাকি দিলে। নিজৰ মনতে সি ক'লে,—"মোৰ হাত বুলনিত তোমাৰ জীৱনৰ সকলো দুৰ্ভাগ্য আঁতৰ হৈ আত্মাই শান্তি পাওক। এই জীৱনৰ অপৰিসীম যাতনাই তোমাক আৰু যেন সি জনমত পুৰি নেমাৰে। মই তোমাক ক্ষমা কৰিছো, বিভুৱেও কৰক।"

বেদনাভৰা দৃষ্টি এটাৰে তাৰ মুখলৈ চাই ৰতীনে কলে, "তোমাৰ কাৰণেই বাটচাই আছিল।"

ধাত্ৰী গৰাকী ওলাই গ'ল, বাহিৰত খবৰ দিবলৈ। বীণাক শ্মশানলৈ নিব লাগিব।

---

## তেইছ

আৰু প্ৰবাসত দিন কটোৱাৰ প্ৰয়োজন প্ৰতাপে অনুভৱ নকৰিলে। বীণাৰ মৃত্যুৰ লগে লগে তাৰ মনটো যেন বহুত পাতল হৈ গ'ল। ই শূন্যতা নে মুক্তিৰ আনন্দ তাক সি বুজি নেপালে,—বুজিবলৈ চেষ্টাও নকৰিলে। মাত্ৰ সি ইয়াকে জানিলে যে নিজক লৈ পলাই ফুৰাৰ কোনো আৱশ্যকতাৰ বোধ তাৰ মনৰ মাজত আৰু নাই। তাৰ মাথোন এতিয়া দৰকাৰ বিশ্ৰাম,—নিৰুদ্বেগ নিদ্ৰা। মাকৰ ওচৰলৈ যাবলৈ তাৰ মন উত্ৰাৱল হৈ উঠিল।

তাৰ উপৰিও, বীণাক হস্পিটেললৈ অনাৰ লগে লগে গোটেই ঘটনাটো কাকতত ছপা হৈ ওলাইছিল। ইয়াকে লৈ মানুহৰ মাজত বহুত কোৱা-মেলাও হৈছিল। বীণাৰ দেউতাক প্ৰফেছৰ বৰুৱায়ো বাতৰিটো নজনাকৈ থকা নাছিল। বৰুৱাই মাত্ৰ কৈছিল,—"মই আগতেই জানিছিলোঁ। বেচেৰা প্ৰতাপৰহে জীৱনটো নষ্ট হ'ল।"

বৰুৱানীয়ে সেই তেতিয়াৰপৰা যি বিছনাত পৰিছে, আৰু উঠিব পৰা নাই। বীণা আৰু তাইৰ গিৰিয়েকে এবাৰ কলিকতাৰ



হস্পিটেলত খবৰ কৰি চাব খুজিছিল,—কিন্তু বৰুৱানীয়ে হাক দিলে। ৰীণাৰো কিবা এটা বিতৃষ্ণা আহি পৰিছিল,—বৰ মন নকৰিলে তাৰ পিছত। বৰুৱানীয়েই আটাইতকৈ বেছি আঘাত পালে, সেই আঘাতত মনৰ সমগ্ৰ অংশ পক্ষাঘাতগ্ৰস্থ যেন হ'ল। তেওঁ তেনেই নীৰৱ হৈ পৰিল,—কাৰো লগত কোনো কথা নকয়, দৃষ্টিতো কোনো চঞ্চলতা নাই,—যেন কোনো গভীৰ ভাৱত সমাধিস্থ। খোৱা-মিলা প্ৰায় এৰিলে। মাত্ৰ ৰীণাই মাতি মাতি নি কেতিয়াবা পাতত বহুৱায়; তেওঁ দুই এগৰাহ মুখত দিয়ে আৰু লাৰি-চাৰি বহি থাকে। ৰীণাই নমতালৈকে উঠিও নাহে। মানুহ গৰাকীৰ গাৰ চালবোৰ তেনেই শেঁতা পৰিল—ক্ষীণালেও। শেষত ৰীণা অলপ বিপদতে পৰিল মাকক লৈ। অকলে চম্ভালিব নোৱাৰা হ'ল। এনেয়ে যদিও বৰুৱানীয়ে নেমাতে—মাজে মাজে বৰ অস্থিৰ হৈ উঠে। সেই সময়ত ওচৰত কোনো নথকা যেন পালেই পালেঙৰ খুটাত মূৰ অফলিয়াই উদ্ভগুলি কৰে। ৰাতি গুমৰি গুমৰি কান্দি চুলি চিঙে।

এনেতে এদিন গধূলি প্ৰতাপ আহি ওলাল কলিকতাৰ পৰা। বৰুৱাই প্ৰতাপৰ লগত বেছি কথা কব নোৱাৰিলে। মাত্ৰ বীণাৰ মৃত্যুৰ কথা শুনি কলে—"মুক্তি পালে তথাপি!"

বৰুৱানীয়ে কিছু সময় শিলৰ মূৰ্তিৰদৰে বহি থাকিল। তাৰ পিচত প্ৰতাপক সাৱট মাৰি ধৰি হিয়াধূনি কান্দিলে,—"মোক ক্ষমা কৰিবা বাপ—মই কি কৰিম? উঃ! মোক যি ইচ্ছা শাস্তি দিয়া।"

ইমান বেজাৰতো যি প্ৰতাপে কন্দা নাছিল,—সিও বুকুৰ ভিতৰত কান্দোনৰ গুমৰণি শুনিলে, কিন্তু সি কান্দিব নোৱাৰিলে। মৃত্যুৰ কামনা কৰিলে মানুহক অভিশাপ দিয়া বুলি কয়; কিন্তু অতি শুভাকাঙ্ক্ষা মানেই যে কেতিয়াবা মৃত্যু হব পাৰে, তাক যেন আজিহে বুজিলে প্ৰতাপে।

কিন্তু আচৰিত মানুহজন এই অধ্যাপক বৰুৱা। তেওঁ অলপ পিচতে প্ৰতাপক মাতি নি কলে,—"তুমি মোক সহায় কৰা প্ৰতাপ! প্ৰাগ্‌বৈদিক যুগৰ গৱেষণা কৰিব ধৰিছোঁ। সফল হলে বিশ্বক নতুন সত্যৰ সন্ধান দিব পাৰিম।" বিস্ময় আৰু শ্ৰদ্ধাৰ অপূৰ্ব্ব সমাৱেশ হয় প্ৰতাপৰ মনত। এৱেঁই প্ৰকৃত জ্ঞান-যোগী। তথাপি এটা অভিযোগ আছে তাৰ মনলৈ, বৰুৱাৰ এই স্বভাৱেই বীণাৰ অধঃপতনৰ কাৰণ। ইমান দায়িত্বহীন হব নেপায় মানুহ!

বৰুৱাক সহায় কৰিবলৈ পালে হয়তো তাৰ ভাল লাগিল-হেঁতেন; কিন্তু প্ৰতাপ থাকিব নোৱাৰিলে। নগৰৰ প্ৰতি বিৰাগ জন্মি গৈছিল তাৰ। সি বিচাৰিছিল স্নেহময়ী মাকৰ শান্তিময় কোলাৰ আশ্ৰয়; তাৰ সেঁউজীয়া গাৱঁখনৰ অৱহেলিত মানুহ-বোৰৰ সাহচৰ্য্য।

সি গাৱঁলৈকেই গ'ল।—

গাৱঁৰ সকলোৱেই বীণাৰ মৃত্যুৰ বাতৰি আগতেই পাইছিল। সি যেতিয়া ঘৰত সোমাই মাকক সেৱা কৰিলে, মাকে তাক সাৱট মাৰি ধৰি কান্দিবলৈ ধৰিলে। ৰাণীয়েও ওচৰত থিয় হৈ চকুপানী মচিবলৈ ধৰিলে। সি অহা বাতৰি পাই গাৱঁৰ মানুহবোৰবে চোতাল ভৰি পৰিল। ইমান ঘটনাৰ ভিতৰতো প্ৰতাপৰ এবাৰো চকুপানী ওলোৱা নাছিল। কিন্তু এইবাৰ মাকৰ লগতে সিও কান্দি পেলালে।



সকলোৱে অদৃষ্টক দোষ দিলে,—বিধিৰ বিধান নেমানি উপায় নাই বুলি সান্ত্বনা দিলে। তাৰ পিচত নাকৰ পানী, চকুৰ পানী মচি আটায়ে ঘৰাঘৰি গুচি গ'ল। হিৰেণে অকল নিৰৱে বহি থাকিল। এই পৰিয়ালটোৰ সুখ-দুখৰ ইতিহাসে তাৰো অন্তৰ পৰশ নকৰাকৈ থকা নাছিল।

কেইটামান দিন তেনেদৰেই গ'ল।

এদিন দুপৰীয়া প্ৰতাপৰ মাকে ঘৰত বহি সূতা কাটি আছিল। দুপৰীয়া সময়খিনিত সেয়ে তেওঁৰ কাম। আনবোৰ কাম ৰাণীয়েই কৰে কাৰণে তেওঁ একো কৰিব নেলাগে। ৰাতিপুৱা উঠি গা-পা ধুই দুঘণ্টা সময় গোঁসাই ঘৰত কটাই তাৰ পিচত শিপিনী-কেন্দ্ৰলৈ যায়—ছোৱালীহঁতে মুগা-পাট পলুৰ তদাৰক কৰা আৰু সূতাকটা শিকাবলৈ। এতিয়াও বৰ বুঢ়া হোৱা নাই—চকুৱে মণিব পৰাতে আছে। তাৰপৰা আহি খাই-বৈ অলপ জিৰাই যঁতৰটো লৈ বহে। আবেলি পৰত আকৌ এবাৰ তাঁত-সূতাবোৰ চাই আহি নামত বহে। নিশা অলপ গাখীৰ-পানী খায়—কেতিয়াবা তাকো নেখায়।

সেইদিনাও দুপৰীয়া তেওঁ যঁতৰটো উলিয়াই লৈছিল। এনেতে প্ৰতাপ আহি সোমাল। তাক দেখি তেওঁ যঁতৰটো ঠেলি থৈ তাক ওচৰলৈ মাতিলে। প্ৰতাপ ওচৰত থাকিলে তেওঁ আজি-

কালি সকলো কাম বাদ দি তাক সন্তোষ লগোৱাৰ চেষ্টাতেই থাকে।

"কি অ' বাপ্!"

"এনেকৈ থাকিবলৈ আৰু মন যোৱা নাই আই!" কথাটো সি পোন বাটেৰেই নিয়ে।

মাকে হুমুনিয়াহ এটা এৰে।—"নিজৰ মাটিডোখৰ এৰি আৰুনো ক'ত শান্তি পাবি?"

—"নহয় আই, এনে বিনা কামত থাকি মোৰ ভাল নলগা হৈছে।" প্ৰতাপৰ মুখত বেজাৰৰ গভীৰ ছাব্। তালৈকে চাই মাকৰ অন্তৰখন বিষাই যায়।

—"কাম এতিয়াই কিয় লাগে? অ' এটা কথা বাপ,—সেইদিনা কপাহী আহিছিল। সেন্দুৰীৰ মাকে হেনো তাইক বৰকৈ খাটিছে, সেন্দুৰীক তোলৈ দিব খোজে।"

প্ৰতাপ অবাক হয়। "সেন্দুৰী! ক'ৰ সেন্দুৰী আই?"

—"এই মাধৱ মণ্ডলৰ ভাগিনীয়েক। দেখাই-শুনাই, কামে-কাজে, স্বভাৱ-চৰিত্ৰই তেনেই লক্ষ্মী ছোৱালী। তাই ৰাণীৰ স্কুললৈ আহি ইংৰাজী আখৰ কেইটাও লিখিবলৈ পঢ়িবলৈ শিকিছে। মুগা-পাটৰ কামো শিকালোঁ মই তাতে। কেউপিনে পাকৈত ছোৱালী।" বৰ আগ্ৰহেৰে মাকে কয়।

প্ৰবলভাৱে মূৰটো জোকাৰি প্ৰতাপে কয়,—"নাই আই, মই আৰু বিয়া নকৰাওঁ। সেইবোৰ মোৰ আগত নুলিয়াবা।" প্ৰতাপ গহীন হৈ যায়। মুখৰ ভাৱত আগে-পিচে নেদেখা কাঠিন্য দেখে মাকে।



মনটো তেনেই মৰি যায় মাকৰ। তথাপি পুতেকক সংসাৰী কৰাৰ আশা তেওঁ এৰিব নোৱাৰে।—"আমাৰ গাৱঁলীয়া ছোৱালীক তই জনা নাই বাপ। সিহঁতে স্বামীৰ সুখৰ কাৰণে হাঁহি-মুখে মৰিব পাৰে। যদি স্বামী অত্যাচাৰী হয়, যন্ত্ৰণাত পুৰি মৰি যাব, তথাপি মুখেৰে এটা প্ৰতিবাদো নকৰে! সিহঁতৰ মানত পতি-গুৰু ঈশ্বৰতকৈও ডাঙৰ।"

প্ৰতাপে ভাৱে, নগৰীয়া ছোৱালী বীণাৰ ঘটনাত মাকে কোনো নগৰীয়া ছোৱালীকে বিশ্বাস নকৰা হৈছে,—গাৱঁৰ ছোৱালীৰ বাহিৰে। কোনো পুৰুষেইতো নিবিচাৰে যে পত্নীয়ে তাক ঈশ্বৰতকৈও ভক্তি কৰক। যি বিচাৰে সি হৈছে বিশ্বাস, প্ৰীতি আৰু প্ৰেম। তাক দিবলৈ সকলো নাৰীয়েই সমৰ্থ। নগৰীয়া বা গাৱঁলীয়াৰ কোনো প্ৰশ্ন নাই তাত! কিন্তু মাকক সি কেনেদৰে বুজাব এই কথা!

তলমূৰকৈ প্ৰতাপে কয়,—"সেই কথা মই ৰাণীৰ পৰাই গম পাইছোঁ আই। সৰুবাপৰ অকল মাত্ৰ বাগদত্তা হৈয়েই তাই আজীৱন কেনেদৰে তাৰ আদৰ্শকে বুকুত লৈ সকলো সুখ-সম্ভোগ এৰি দিছে। সেয়েই মোক কৈ দিছে—আমাৰ ছোৱালী কিমান সাধ্বী। দুই-এজনীৰ কথা বাদ দিয়া। কিন্তু মোৰ আপত্তি সেইটো নহয় আই,—বিয়াৰ বাহিৰেও মানুহৰ বহুত কাম আছে। আৰু মোৰতো এবাৰ হৈছিলেই বিয়া। বাৰু য'ক সেইবোৰ কথা। পৰ্ব্বতত কাম কৰিবলৈ অসংখ্য ডেকাল'ৰা লাগে, বৰ ডাঙৰ আৰু দৰকাৰী সেই কাম। মই তালৈকেই যাম।"

মাকৰ কাণত আটাইবোৰ কথা নোসোমাল। তেওঁ মাত্র শুনিলে ৰাণী প্রভাতৰ বাকদত্তা! ক'তা? তেওঁতো একো নেজানে!

—"এই কথা তই ক'ত শুনিলি বাপ?" মাকৰ কণ্ঠত অপৰিসীম বিস্ময়।

প্রতাপো আচৰিত হ'ল। মাকে নেজানে? কিন্তু লগে লগে তাৰ মনত পৰিল কেতিয়া কোন সময়ত তাক সেই কথা কৈছিল ৰাণীয়ে। সঙ্কুচিত হৈ লাহে লাহে সি ক'লে,—"ৰাণীয়ে নিজেই মোক কৈছিল আই।" মাকৰ ওচৰত মিছা কোৱাৰ অভ্যাস তাৰ নাই।

—"মিছা কথা। কেতিয়াও হব নোৱাৰে। সৰুবাপৰ একে জুৰীয়া তাই। সাত মাহৰহে সৰু। আৰু হলেও, সৰুবাপে মোক নোকোৱাকৈ নেথাকিলহেঁতেন। মোক নোকোৱাকৈ একো কাম নকৰিছিল সি। তই বোধকৰো ভুল শুনিছিলি; নহলে তাই মিছা কৈছিল।"

"মোক ফাঁকি দিলে?" প্রতাপ স্থিৰ হৈ থিয় দি থাকিল। যেন তাৰ সকলো অনুভৱ শক্তি মনৰ পৰা উৰি গৈ নাইকিয়া হল।

মাকে ইমানদিনে ৰাণীৰ কথাৰ ভাৱ-গতিত এইটো বুজি পাইছিল যে, ৰাণীয়ে প্রতাপক ভাল পায়, আৰু সেই কাৰণেই তাই আন কাকো বিয়া কৰাবলৈ সন্মত নহয়। মাকে ইয়াকো বুজিছিল, যে ৰাণীয়ে প্রতাপকো কেতিয়াও ওচৰত নিবিচাৰে।



কিন্তু তথাপিও মনে-প্রাণে ৰাণীয়ে যে একমাত্র প্রতাপকহে ভালপায়, সেই বিষয়ে তেওঁৰ কোনো সন্দেহ নাছিল। গতিকে, প্রতাপৰ কথাষাৰ তেওঁ বিশ্বাস নকৰিলে। কিন্তু ৰাণীয়ে বাৰু প্রতাপক কিয় কৈছিল তেনেদৰে? প্রতাপে তাইৰ ওচৰত বিবা প্রস্তাৱ কৰিছিল নেকি? প্রতাপে তাইক প্রত্যাখ্যান কৰিব বুলি ভয়ত আঁতৰি থকা নাই আঁকৰিয়ে; তাই নিজেই প্রতাপক আঁতৰাই দিছে? কিন্তু কিয়? তেওঁৰ মনত খেলালে,— হয়তো তাই নিজকে প্রতাপৰ অনুপযুক্ত বুলি ভাবিছিল। নহলে, হয়তো ঘৰৰ পৰা তেনেকৈ ওলাই আহি তাহাঁতৰ তাত থাকি সেই ঘৰৰে বোৱাৰী হলে মানুহে বেয়া বুলিব বুলি অপবাদৰ ভয়তে তেনে কৰিলে। তেওঁৰ বেজাৰ লাগিল ছুটা ডেকা-প্রাণ এইদৰে ভুল বুজা-বুজিৰ মাজত পৰি জ্বলি-পুৰি মৰাৰ কাৰণে। কিন্তু সেই কথা এতিয়া তুলি আৰু কোনো লাভ নাই। যি হৈ গৈছে, তাক আৰু নোহোৱা কৰিব নোৱাৰি।

সেই কথা তল পেলাবলৈকে মাকে প্রতাপক কলে,—"যাৱ যদি যাবিচোন বাৰু। এতিয়া কেইদিনমান ৰ।"

হিৰেণৰ কথাও মনত পৰিল তেওঁৰ। বেচেৰা, সিও ৰাণীৰ কাৰণেই বৈ আছে। কি যে হ'ল আজি-কালিৰ ডেকা-গাভৰুৰ জীৱনটো! মনটো সেমেকি গ'ল তেওঁৰ। প্রতাপে যদি বুজে তেওঁৰ মনৰ ভাৱ—সি হয়তো দুখ পাব। সেই কাৰণে তেওঁ তাক আকৌ কলে,—"মোক এৰি থাকিবলৈ তই ইমানেই ভাল পাৱনে? অকণো দেখোন থাকিবই নোখোজ মোৰ

ওচৰত ?" মনৰ কান্দোনটো তেওঁৰ কথাৰ সুৰতো বাজি উঠে।

প্ৰতাপৰ চিন্তাৰ স্মৃতিত আঘাত লাগিল সেই সুৰ শুনি। ইমানেই আঘাত পায়নে মাকে সি গ'লে। হওঁতে সি মাকৰ ওচৰত ৰৰকৈ থকাও নাই সঁচা! প্ৰভাত ঢুকুৱাৰ পিচত সেই কেইদিনমানৰ কাৰণেহে সি মাকক তাৰ লগত গুৱাহাটীত ৰাখিছিল। তাৰ পিচত মাক গাৱঁলৈ অহাৰ পিচৰপৰাতো আৰু দেখা দেখিয়েই নাছিল। এতিয়া আকৌ আহিয়েই যাব খুজিছে মাকৰ বেজাৰ লাগিবৰ কথাই।

মাকৰ ওচৰ চাপি বহি সৰু ল'ৰাৰ দৰে আব্দাৰৰ সুৰত প্ৰতাপে কলে,—"নহয় আই। মই এনেয়েহে—। বাৰু নেযাওঁ দিয়া কিছুদিনলৈ তুমি যদি বেয়া পোৱা। কিন্তু ৰাণীৰ কথা কি—!" নোকোৱাকৈ থাকিব নোৱাৰিলে সি ৰাণীৰ কথা।

বাধা দি মাকে কয়,—"এৰচোন বাৰু সিবোৰ কথা! জানো, সঁচা হবও পাৰে। মই হয়তো নেজানো। সৰুবাপেও মোক কবলৈকে সময় নেপালে হবলা। তই বাৰু এতিয়া যা। শিপিনী ঘৰ চোৱা নাই নহয়,—তাকে চা গৈ। আটাইবোৰ কামত আছে,—এতিয়া চাই ভাল লাগিব।" মাকে যঁতৰটো টানি লয়।

প্ৰতাপে তলমূৰকৈ ওলাই যায়। সি ৰাণী আৰু প্ৰভাতৰ মাজত কি ৰহস্য লুকাই আছে তাকো ভাবি ভাবি উৱাদিহ নেপালে।

## ছবিশ

গধূলি তাৰ কোঠাটোতে বহি কিবা ভাবি আছিল প্ৰতাপে। লেম্পটো জ্বলাই মেজত থবলৈ আহি ৰাণীয়ে তাক তেনেকৈ দেখা পালে। ইমান অসহায় যেন লাগিছে তাৰ নিজক। ৰাণীৰ মন গ'ল যে তাই প্ৰতাপৰ ওচৰত বহি তাক মৰম কৰিব—অলপ সান্ত্বনা দিব। কিমান দুখ প্ৰতাপৰ!

ওচৰত থিয় হৈ তাই মাত লগালে,—"বাপকাইদেউ!" প্ৰতাপক তাই প্ৰভাতৰ লগত মিছা সম্বন্ধটোৰ কথা কৈ আঁতৰি অহাৰ পিচত, ইমান ওচৰত অকলশৰে প্ৰতাপৰ লগত তাইৰ আজিয়েই এনে মুকলি ব্যৱহাৰ।

ৰাণীৰ মাত শুনি প্ৰতাপ উচপ্ খাই উঠিল। ৰাণীক সি দেখিলে,—শান্ত গহীন। মুখখনত গভীৰ বেজাৰৰ ছাব্। কিন্তু চকুদুটা ইমান স্নিগ্ধ পৰশসনা!

নিজে কব নোৱাৰাকৈয়ে তাৰ মুখৰপৰা হঠাৎ ওলাই আহিল, —"ৰাণী, তই মোক ফাঁকি দিছিলি!"

তাৰ কথাৰ সুৰ শুনি তাইৰ বুকু কঁপি উঠিল। কিহৰ কথা কয় সি?—"কি ফাঁকি দিলো বাপকাইদেউ?" মাতটো তাইৰ কিবা অজান ভয়ে যেন অৱশ কৰি দিছে। ভয়তে যেন তাইৰ মাতটোও কঁপি উঠিছে!

—"প্ৰভাতৰ তই কোনোদিনেই বাগদত্তা নাছিলি। মিছা কৈছিকি তই মোক। কিন্তু কিয়? কিহৰ আশাত তই বাৰু

তেনে কৰিলি ?” তাৰ চকুত তীব্ৰ জ্বালা। মাততো তাৰেই প্ৰতিধ্বনি !

সেই কথা ! ৰাণীয়ে কি কৰিব তৎ নেপালে। তাই মাতিব নোৱাৰিলে। চেলেঙৰ আঁচলটো দাঁতেৰে কামুৰি কামুৰি মাটিৰ পিনে চাই থাকিল।

প্ৰতাপ অস্থিৰ হৈ উঠিল। সি আগৰ সকলো কথা পাহৰি গ'ল। ৰাণীৰ ওচৰ চাপি তাইৰ কান্ধত ধৰি জোকাৰি দিলে,—“ক, ক, ৰাণী ! নকৰ কিয় ? কলৈ গ'ল তোৰ মাত ? কাক ভাল পাৱ কৈ দে। প্ৰভাতক তই ভাল পোৱা নাছিলি। কেতিয়াও পোৱা নাছিলি। আইৰ পৰাহে জানিলোঁ মই ! কিন্তু ক, কাৰ কাৰণে তই এনে মিছাযাৰ মোক কৈছিলি ?”

ৰাণীৰ চকুৰপৰা পানী টপ্‌টপ্‌কৈ সৰি পৰিল ! কিয় কৈছিল ? হায়, কেনেকে কব তাই কিয় কৈছিল ? এই বেজাৰৰ সীমা নাই—জোখ নাই। হুক্‌হুক্‌কৈ কান্দি দিলে তাই। সামৰি ৰাখিব নোৱাৰিলে কান্দোন। প্ৰতাপ আচৰিত হ'ল। বৰ দুখ পালে নেকি তাই, সি তেনেকৈ জোকাৰি দিয়াত ? নে তাৰ কথা শুনি কান্দিছে ? সি হাতখন আঁতৰাই নিলে তাইৰ কান্ধৰপৰা। প্ৰতাপৰ বিচনাতে বাগৰি পৰি গাৰুত মূৰ গুঁজি উচুপি উঠিল তাই !

ইমান দিনে চেপি ৰখা ৰুদ্ধ আৱেগ আজি যেন পাৰ ভাঙি বাগৰি পৰিল,—“তুমি বুজি নাপালা বাপকাইদেউ ! উঃ তুমি বুজি নাপালা—কিয় মই সেইষাৰ মিছা কৈছিলোঁ। মোক আৰু কষ্ট নিদিবা তাৰ কাৰণে। কিন্তু কিয় ! কিয় তুমি মোৰ মনৰ অতদিনৰ ভেঁটাটো ভাঙি দিলা—কিয়, কিয় ? মই,—মই—তো—মা—কে যে ভাল পাইছিলোঁ,—সেইটো কিয় নুবুজিলা তুমি ? হায় ! তোমাৰ কাৰণেই যে মই মিছা কৈছিলোঁ সিদিনা ;—তোমাৰ ভালৰ কাৰণে। কিন্তু সি যে ভাল নকৰি এনে সৰ্ব্বনাশ কৰিব তাকতো মই জনা নাছিলোঁ ! উঃ, মই কি কৰিম ! মোক ক্ষমা কৰা তুমি—ক্ষমা কৰা।” ফোঁপাই ফোঁপাই কান্দে তাই। প্ৰতাপ তাইৰ ওচৰতে বহি থাকে নিৰ্ব্বাক হৈ, তাইৰ গাত হাত দি। উচুপি উচুপি তাই মাথো কৈ থাকে,—“মই বৰ অবুজ বাপকাইদেউ। মোক ক্ষমা কৰা।” গাৰুৰ ওপৰতে অসহ্য যন্ত্ৰণাত মূৰটো আফালি থাকে তাই।



প্ৰতাপে বহুত সময় একো মাতিব নোৱাৰিলে। সি মাত্ৰ ভাবিবলৈ ধৰিলে, তাৰ জীৱনৰ কিমান ডাঙৰ সত্য এটা এনেদৰে লুকাই আছিল। আজি যেন তাৰ আটাইখিনি অপূৰ্ণতা পূৰ্ণ হৈ গ'ল। আটাইবোৰ নিৰানন্দ, অসুস্থতা আঁতৰি গ'ল তাৰ মনৰপৰা। সি আজি তৃপ্ত। তাৰ প্ৰিয়জনৰ আকাঙ্খিত স্নেহ সি পাইছে। সেই পোৱা যে কিমান পোৱা, তাক কেইজনে বুজিব ? প্ৰতাপৰ আৰু একোৰে অভাৱ নাই—সি আৰু একো নিবিচাৰে।

কান্দোনত কঁপি কঁপি উঠা ৰাণীক তাৰ বুকুত সাৱটি লবলৈ মন গ'ল। দুই হাতেৰে ৰাণীৰ কান্ধত ধৰি চুলিখিনিৰ মাজতে সি মুখখন হেঁচি ধৰিলে—যেন ইমান আনন্দ সি পৃথিৱীক দেখুৱাবলৈকে লাজ পাইছে ! সি লাহে লাহে কলে,—

"মই আৰু আন একো নিবিচাৰো ৰাণী। তই বেজাৰ নকৰিবি। তই যে মোক কিমান আনন্দ দিছ তাক মই কেনেদৰে বুজাম। দুখ নকৰিবি ৰাণী।" প্ৰতাপে ৰাণীক গাৰুৰপৰা টানি তুলিলে আকৌ তাই প্ৰতাপৰ কোলাতে মুখ লুকুৱাই বহি পৰিল। মূৰত হাত বুলাই-বুলাই প্ৰতাপে তাইক সান্ত্বনা দিলে,—"বিয়াই জীৱনৰ শেষ লক্ষ্য নহয়। তই ত্যাগৰ মাজেদি দেশক যি খিনি দিছ, সি অপূৰ্ব্ব। জীৱনৰ পূৰ্ণতা দিয়াৰ মাজতেহে, অকল পোৱাৰ মাজত নহয়। নেকান্দিবি ৰাণী। ক্ষমা খুজিবলৈ তই একো দোষ কৰা নাই। আমাক সংসাৰী কৰি স্ৰজা নাই ঈশ্বৰে। প্ৰেমৰ সমাধি দৈহিক মিলন নহয়—তাৰ পূৰ্ণতা আত্মাৰ মিলনত। তোৰ মোৰ জীৱনৰ আদৰ্শ আজি এটা— তোৰ চিন্তা, মোৰ চিন্তাৰ আজি পাৰ্থক্য নাই। এই মিলনেই যে আটাইতকৈ মহৎ মিলন ৰাণী! মই আৰু একো নিবিচাৰোঁ।" ৰাণীৰ হাতখন টানি আনি সি দুই হাতৰ মাজত সুমুৱাই লৈ হাতখন তাৰ গালত হেঁচি ধৰে,—"উঃ ইমান সুখ যে আছে পৃথিৱীত তাকতো মই জনা নাছিলো ৰাণী!"

ৰাণীৰ কান্দোন কেতিয়াবাই থামিল। ন-কইনাৰ দৰে ৰঙীণ লাজত মুখখন ৰঙা পৰি উঠিল তাইৰ। চকু পানী মছি তাই প্ৰতাপক সেৱা কৰিলে,—"সেই আশীৰ্ব্বাদকে কৰা তুমি মোক। তোমাৰ কল্যাণৰ এই বিৰাট আদৰ্শৰ অপমান নহয় যেন মোৰ দ্বাৰা। মোক ৰক্ষা কৰিবা তুমি। মই ইমান দিনে ধৰণী নোহোৱাকৈ আছিলোঁ। তুমি মোক বল দিয়া, শক্তি দিয়া!"



—"সেয়ে হ'ক ৰাণী!"—প্ৰতাপে তাইৰ মূৰত হাত দিলে। তাৰ মুখত শান্তি আৰু পৱিত্ৰতাৰ স্বৰ্গীয় জ্যোতি; মনত অসীম তৃপ্তি। দুই হাতেৰে ৰাণীৰ মুখখন সি দাঙি ধৰিলে।

মাকে হিৰেণক লগত লৈ সেই পিনে আহিছিল। দুয়ো দূৰৰপৰাই সেই দৃশ্য দেখা পালে। মাকৰ মনত এটা যেন তৃপ্তিৰ হাত বুলনি পৰিল। যি নহ'ক, সিহঁত এটা বুজা-বুজিৰ মাজলৈ আহিছে।

হিৰেণে বুজিলে ৰাণীৰ বিয়াত অনিচ্ছা কিয়। তাৰ দুখ নেলাগিল, হিংসা নহল প্ৰতাপৰ প্ৰতি; তাৰ মনত জাগিল সমবেদনা। মনতে ক'লে,—"ৰাণী সুখী হক।"

সেইপিনে আৰু নগ'ল প্ৰতাপৰ মাক। হিৰেণক মাতি লৈ গ'ল নিজৰ কোঠালৈ। ওচৰত বহুৱাই লৈ ক'লে,—"শুন হিৰেণ, তোকো মই নিজৰ লৰাৰ দৰে দেখো।"

হিৰেণ আচৰিত হ'ল। আজি কিয় সেই কথা? সিতো নজনা নহয়, ইয়াত থকা কেইদিনৰ ভিতৰত তেওঁ তাক নিজৰ ল'ৰাৰ দৰেই আপোন কৰি লৈছে। সিও তেওঁক মাকৰ দৰেই ভাবে। তলমূৰকৈ সি কলে,—"মই জানো জেঠাই।"

—"তেনেহলে শুন,—"মাকে কয়,—"তোক এটা কথা কওঁ। তই ৰাখিবই লাগিব।" অলপ ৰয় তেওঁ। আকৌ কয়,—"মোৰ বৰ হেপাহ আছিল মোৰ ল'ৰাক সংসাৰী দেখাৰ। সেন্দুৰীক বোৱাৰী কৰাৰ বৰ আশা আছিল মোৰ। দুখীয়া বাঁৰীৰ একেটি মাথোন ছোৱালী তাই; কেউপিনে কেনে মোহলগা ছোৱালী।

প্ৰতাপক মই কৈছিলোঁ। তাৰ সংসাৰত ইচ্ছা নাই—সন্মত নহল। তয়ে মোৰ ইচ্ছাটো ৰাখ। মোৰ একেটি মাথোন কামনাক পূৰ্ণ কৰ বোপাই। বেচেৰী বাঁৰী গৰাকীয়ে বৰ আশা কৰি আছে মোক।" মাতটো তেওঁৰ থোকাথ্কি হৈ যায়—বুকু বাগৰি যেন কান্দোনে জাউৰি পাতিব খোজে!

হিৰেণে পোণতে একো মাতিব নোৱাৰে। সি বুজি নেপায়—কি কব।

প্ৰতাপৰ মাকে কয়,—"তহঁত ছুয়োটা যদি সন্যাসী হৈ থাক, মই কাৰ মুখ চাই শান্তি পাম? মোৰ কথা নেপেলাবি সোণ, মত দে। মই আজিয়েই তোৰ মাৰ-বাপেৰ ছুয়োৰে মত সুধি পঠিয়াওঁ।" কিমান কাকুতি, কিমান মৰম, কিমান অসহায়তা সোমাই আছে কথা কেইষাৰত! এই অনুৰোধ পেলোৱাৰ শক্তি হিৰেণৰ নাই।

সি ক'লে,—"আপুনি যি ভাল দেখে তাকে কৰক জেঠাই, মোৰ আপত্তি নাই।"

প্ৰতাপৰ মাকে হিৰেণক সাৱট মাৰি লৈ মূৰত চুমা এটা খালে। মন আনন্দেৰে ভৰি পৰিল—মুখ পোহৰ হ'ল।

এসপ্তাহৰ ভিতৰতে হিৰেণৰ মাক-দেউতাকৰ সন্মতি উত্তৰ পোৱা গ'ল। মাহটোৰ ভিতৰতে এটা বিয়াৰ শুভদিন আছিল। সেই তাৰিখেই হিৰেণৰ বিয়াৰ ঠিক হ'ল। তাৰ মাক-দেউতাক তালৈ আহিল। বিয়া সুকলমে হৈ গ'ল। বোৱাৰী দেখি হিৰেণৰ মাক-দেউতাকো সন্তুষ্ট হ'ল। হ'ক তেওঁ, বৰাগী ল'ৰাৰ ঘৰত এই বেলি মন বহিব।



বিয়াৰ এমাহ পিছত প্ৰতাপ ওলাল—নেফালৈ যাব। যোৱাৰ আগতে ৰাণীক ক'লে,—"তোৰ কাম তই কৰি থাক ৰাণী। ময়ো মোৰ কৰ্ত্তব্য কৰোগৈ—দেশৰ, দহৰ প্ৰতি মোৰ কৰ্ত্তব্য। যদি কেতিয়াবা প্ৰয়োজন হয়, তোৰ ওচৰলৈকেই মই আহিম! জীৱনত মই নাটক সৃষ্টি কৰিব খোজা নাই। যিটো বিবেকে সত্য বুলি কৈছে তাকে মানি লৈছোঁ। ভগৱানে আমাৰ অন্তৰত শক্তি দিয়ক এই বিৰাট দায়িত্ব পালন কৰিবলৈ—ইয়েই মোৰ কামনা। তোৰ আৰু মোৰ মাজৰ যি সত্য—সমাজৰ স্বীকৃতিয়ে তাক প্ৰতিস্থা কৰাৰ দৰকাৰ নাই। যেতিয়াই মন যায় তই মোৰ তালৈ যাবি—মই ৰৈ থাকিম।"

মাকক সেৱা কৰিলে প্ৰতাপে।—"মোৰ কাৰণে তুমি নেভাবিবা আই! মই তোমাক বহুত বেজাৰ দিছোঁ, সুখ অকণো দিব পৰা নাই। হিৰেণ থাকিল তোমাৰ ওচৰত—সিয়েই তোমাৰ আপোন ল'ৰা।"

মাকৰ চকুৰপৰা গিৰ্গিৰাই পানী ওলাই পৰিল। পুতেকৰ অমঙ্গল হয় বুলি লৰালৰিকৈ মছি পেলালে।—"ভগৱন্ত সহায় হক বাপ! তেওঁ সকলোকে ৰক্ষা কৰিব।"

প্ৰতাপ গ'ল গৈ। জীৱনটোৰ এৰাবাটলৈ সি উভতি চাই দেখিলে, সময়ৰ বা-মাৰলিত তাৰ অতীতটো ভাগি চুৰমাৰ হৈ গৈছে—তাক জুৰি মাত্ৰ থিয় হৈ আছে ৰাণী।

সমুখৰ পিনে তাৰ দীঘলীয়া বাট। এইবাৰ ৰাণী তাৰ লগে লগে যাব—ৰাণী! জীৱনটো তেনেই উজু বাট এটা যেন লাগি যায় তাৰ—ইমান সুন্দৰ এই পৃথিৱীখন!

---